# লুইতৰ মোহ

শ্ৰীসুপ্ৰভা গোস্বামী



চম্পাৱতী প্ৰকাশন
লাচিতনগৰ, গুৱাহাটী-৭৮১ ০০৭
অসম

'LUITAR MOH' a collection of twentythree short stories authored by Sri Suprabha Goswami, earlier published in Banhi, Surabhi, Jayanti, Awahan, Bordoichila, compiled by Prof Kanak Chandra Deka, Published by Champavati Prakashan, Lachitnagar, Guwahati-781007, Assam Price Rs 20·00

: লুইতৰ মোহ :

লেখিকা : শ্ৰীসুপ্ৰভা গোস্বামী

সংকলক : অধ্যাপক কনকচন্দ্ৰ ডেকা

প্ৰকাশক : চম্পাৱতী প্ৰকাশন,
লাচিতনগৰ
গুৱাহাটী—৭৮১ ০০৭

প্ৰথম প্ৰকাশ : ডিচেম্বৰ, ১৯৮৯

মূল্য : ২০ টকা

বেটুপাতৰ শিল্পী : শ্ৰীত্ৰৈলোক্য দত্ত

মুদ্ৰক : হেমকোষ প্ৰিণ্টাৰ্ছ,
শিলপুখুৰী, গুৱাহাটী—৭৮১ ০০৩

# পাতনি

অসমীয়া, বঙলা, ইংৰাজী তথা সংস্কৃত সাহিত্যৰ ৰসাস্বাদনৰ দ্বাৰা সমৃদ্ধা, অনুবাদ সাহিত্য আৰু চুটি-গল্প ৰচনাৰে বিগত তৃতীয় দশকৰ কালছোৱাতে এগৰাকী প্ৰসিদ্ধ লেখিকাৰূপে নিজকে সুপ্ৰতিষ্ঠিত কৰা, আজিৰ আশীৰ দশকতো লেখনি বুলাই থকা, শ্ৰীযুতা সুপ্ৰভা গোস্বামীক অসমৰ সাহিত্য-প্ৰেমী পাঠকৰ মাজত পৰিচয় কৰি দিয়াৰ প্ৰয়োজন আছে বুলি নাভাবো। যোৱা অৰ্দ্ধ শতিকা ধৰি ভেঁখেতৰ প্ৰকাশিত চুটিগল্পৰাজি বাঁহী, জয়ন্তী, সুৰভি, আৱাহন, ৰংঘৰ, দৈনিক, ডেকা-গাভৰু, অসম সাহিত্য সভা পত্ৰিকা প্ৰভৃতি আলোচনীৰ পাতত সিঁচৰতি হৈ আছিল। সংবেদনশীল, মনোবিশ্লেষণেৰে পৰিপুষ্ট, প্ৰথম পঠনতে পাঠক-পাঠিকাৰ চিত্ত-হৃদয় চুহিব পৰা এৰুৰিবো অধিক চুটি-গল্প সন্নিবিষ্ট কৰি, 'লুইতৰ মোহ' নাম দি এই সংকলনটি গুৱাহাটীৰ চম্পাৱতী প্ৰকাশনে প্ৰকাশ কৰি উলিয়াইছে।

বিশিষ্ট চিত্ৰ-শিল্পী শ্ৰীত্ৰৈলোক্য দত্তৰ বহুবৰ্ণী তুলিকাৰ কোমল পৰশত বৰ লুইতৰ পাৰৰ শিল এচটাত বহি থকা মোহাচ্ছন্না যোড়শীৰ কল্পিত চিত্ৰখনে গ্ৰন্থখনিৰ সৌন্দৰ্য্য বঢ়াইছে আৰু বিষয়-বস্তুৰো সুন্দৰ ইঙ্গিত দিছে।

গ্ৰন্থখনিত ঠাই দিয়া প্ৰতিটো চৰিত্ৰই নিজস্ব ৰূপ আৰু বৰ্ণনাৰে ধৰা দি লেখিকাৰ গভীৰ মানৱপ্ৰীতি, প্ৰকৃতিপ্ৰেমৰ আদৰ্শ দাঙি ধৰিছে। লুইতৰ মোহত কিশোৰীৰ যিদৰে অন্তৰাত্মা ব্যথিত হৈছে, ঠিক সেইদৰে মেকুৰী পোৱালীটোৰ মোহত একণমানি ছোৱালীজনী আত্মহাৰা হৈ পৰিছে। 'এজোপা শেৱালী ফুল', 'আৰু এজোপা শেৱালী ফুল'—এই গল্প দুটাৰ মাজেদি শৈশৱ আৰু গাভৰু কালত সৃষ্টি হোৱা গাভৰু মনৰ ভিন্ন ছবি দুখন দাঙি ধৰা হৈছে। 'অপৰাধ বোধ' গল্পটোত বুঢ়ী নাৰ্চ এগৰাকী, মিচেচ্ মেক্'লেৰ মানৱপ্ৰীতিৰ সুন্দৰ ছবি এখন দাঙি ধৰাৰ চেষ্টা কৰা হৈছে। গল্পৰ নায়িকাই মিচেচ্ মেক্'লেই অন্তিম সময়ত তেওঁলৈ লিখা চিঠিখনৰ উত্তৰ অৱহেলা-বশতঃ দিব নোৱাৰি মিচেচ মেক্'লেৰ মৃত্যুৰ খবৰ পাই নিজকে

অপৰাধী বোধ কৰিছে। 'গুৰুজী' গল্পত লেখিকাই মানৱ-মনৰ সুসুপ্ত অভিলাসবোৰে কিদৰে জনমানসৰ চকুত ধূলি মাৰি সঙ্গোপনে অভীষ্ট সিদ্ধিৰ পথত কাম কৰি থাকে তাৰে এটি নিদৰ্শন দাঙি ধৰিছে। 'শিক্ষকৰ শেষ পাঠ' এটি আদৰ্শনিষ্ঠ গল্প। এই গল্পটোৰ মাজেদি শিক্ষক সৰুধন বৰাই কিদৰে নীৰৱে সকলো যাতনা সহি থাকি দেশৰ মঙ্গল, ছাত্ৰ-ছাত্ৰীসকলৰ মঙ্গল চিন্তা কৰি ল'ৰা-বুঢ়া সকলোৰে হৃদয়ত প্ৰৱেশ কৰিব পাৰিছিল তাৰে এখনি চিত্ৰপট দাঙি ধৰা হৈছে।

সন্দেহ নাই 'নুইতৰ মোহে' পাঠক-পাঠিকাসকলকো মোহৰ জালত সোমাই লৈ এক পৰমাৰ্থিক আনন্দ দিব।

গুৱাহাটী
ডিচেম্বৰ, ১৯৮৯

শ্ৰীকনকচন্দ্ৰ ডেকা

# লেখিকাৰ নিবেদন

১৯৩৩/৩৫ চন মানৰ পৰা আৰম্ভ কৰি বৰ্তমানৰ আশীৰ দশকলৈকে নানা সময়ত লিখা এই চুটিগল্পবোৰ আৱাহন, বাঁহী, জয়ন্তী, সুৰভি, বৰদৈচিলা, উকমি আদি আলোচনীত, কেবাখনো সংকলনত আৰু বহুবেকীয়া সংখ্যাত প্ৰকাশ হৈছে। গল্পবোৰ যিদৰে প্ৰকাশ হৈছিল, একেদৰে এই সংকলনত সন্নিবিষ্ট কৰা হ'ল।

এই আঠাইকেইটা গল্প একেলগ কৰি পুথিৰ আকাৰত উলিয়াবলৈ বহুদিনৰে পৰা মনত খেলাই আছিল। নানা কাৰণত দীৰ্ঘকাল ধৰি মনৰ ভাব মনতে বৈ আছিল।

অধ্যাপক শ্ৰীমান কনকচন্দ্ৰ ডেকাই বিশেষ উদ্যম লৈ আগবাঢ়ি নহাহেঁতেন পুথিৰ আকাৰত গল্প-সংকলনটো ওলাই অহাটো কঠিন আছিল। তেওঁ সিঁচৰতি হৈ থকা চুটিগল্পকেইটা ঠিক-ভাগ লগোৱা, আহিকাকত চোৱা, বেটুপাতৰ পৰিকল্পনা কৰা, ছপাশালৰ লগত যোগাযোগ কৰা আদি সকলোখিনি দায়িত্ব নিজে লৈ-মেলি যিদৰে সহায়-সহযোগ কৰিছে তাৰবাবে শ্ৰীমান ডেকাক আন্তৰিক ধন্যবাদ জনাইছোঁ; লগতে ভগৱানৰ ওচৰত তেওঁৰ উত্তৰোত্তৰ শ্ৰীবৃদ্ধি আৰু কৰ্মপ্ৰসূ সুদীৰ্ঘ জীৱন কামনা কৰিলোঁ।

হেমকোষ প্ৰিণ্টাৰ্ছৰ স্বত্বাধিকাৰ শ্ৰীমান প্ৰবীৰ বৰুৱাই বিশেষ যত্নসহকাৰে, যথাসম্ভৱ কম সময়ৰ ভিতৰত পুথিখনি ছপা কৰি উলিয়াই দিয়াৰ বাবে শ্ৰীবৰুৱাৰ শলাগ লৈছোঁ আৰু তেওঁক আন্তৰিক ধন্যবাদ জনাইছোঁ।

বিশিষ্ট প্ৰকাশন প্ৰতিষ্ঠান 'চম্পাৱতী প্ৰকাশনে' পুথিখনি প্ৰকাশ কৰাৰ দায়িত্ব লৈ আমাৰ শলাগ আৰু কৃতজ্ঞতাৰ পাত্ৰ হৈছে।

সদৌ শেষত, আমাৰ ইতিপূৰ্বে প্ৰকাশিত পুথি কেইখনৰ দৰে 'লুইতৰ মোহ'কো স্নেহ-মোহ দেখুৱাই পাঠক-পাঠিকাসকলে আঁকোৱালি ললে আমাৰ উদ্দেশ্য আৰু প্ৰচেষ্টা সফল হোৱা বুলি ভাবিম।

গুৱাহাটী,
১৫ ডিচেম্বৰ, ১৯৮৭

শ্ৰীইন্দুপ্ৰভা গোস্বামী,
লেখিকা

# সূচীপত্ৰ

# লুইতৰ মোহ

সিহঁতে কয় মই হেনো বলিয়া। মোৰ বোলে মস্তিষ্কৰ বিকৃতি ঘটিছে। মোৰ কিন্তু ধাৰণা অন্যৰূপ। সিহঁতে মোৰ কথাবিলাকক প্ৰলাপ বোলে। সিহঁতে ক'লেই হ'ল নে প্ৰলাপ বুলি? মই নিজে যি কথাটোৰ প্ৰত্যক্ষ প্ৰমাণ পাইছোঁ, সেইহেতুকে সঁচা বুলি মানিছোঁ সেইটো কিছুমান ধাৰণা শক্তিহীন মানুহৰ কথাতে মই অবিশ্বাস কৰিব পাৰোঁনে? কিন্তু মোৰ কথা কোনে শুনে? কোনে বুজে?

সি যি হওক বাৰু। মই আজি মোৰ জীৱনৰ কাহিনীবিলাক ক'ম। সেই ঘটনাটোৰ কথাও ক'ম। যি ঘটনাটোৱে মোৰ জীৱনৰ সোঁত বেলেগ পিনে ঘূৰাই দিলে। মনত মোৰ সংশয়পূৰ্ণ অস্থিৰতাৰ অঙ্কুৰ সিঞ্চিত কৰিলে।

মোৰ জীৱন কাহিনী শুনিবৰ ঔৎসুক্য বা ব্যাকুলতা যে আপোনাৰ নহ'বও পাৰে, সেইটো মই জানো। কিন্তু তথাপি মই ক'বই লাগিব। কাৰণ মোৰ মনৰ বিচাৰ বুদ্ধি, ধাৰণা, চিন্তা, এইবিলাক সংসাৰৰ আনত মোকোৱাই নিদিয়াকৈ, মোৰ অস্থিৰ, সংশয়পূৰ্ণ মনটো নিঃসংশয় নহয়। স্থিৰতাও লাভ কৰিব পৰা নাই। মোৰ একান্ত মিনতি, কোনোৱে যেন ইয়াক সম্পূৰ্ণৰূপে নুশুনাকৈ, নুবুজাকৈ, বলিয়াৰ বলিয়ালি বুলি উৰাই নিদিয়ে। প্ৰথমে শুনি লৈ তাৰ পাছত যেয়ে যি ভাবে ভাবি থাকিব। মোৰ তাত কোনো লাভালাভ নাই।

দেউতা আছিল উচ্চপদস্থ ৰাজহুৱা কৰ্মচাৰী। তেওঁৰ বেছিভাগ কামেই আছিল ঘূৰি ফুৰা। নিজৰ কৰ্মস্থানত খুব কম সময়হে থাকিবলৈ পাইছিল। দেউতাৰ লগত মইও প্ৰায়েই নানা ঠায়ে ঠায়ে ঘূৰি ফুৰিছিলোঁ। সকলতে প্ৰায় [illegible], দেউতাৰ লগতে মই ডাঙৰ হৈছোঁ। দেউতাইও অতিৰিক্ত স্নেহবশতঃ মোক আন কাৰো লগত এৰি থৈ নিশ্চিন্ত হ'ব নোৱাৰিছিল। সেইবাবে মই সদায় দেউতাৰ ভ্ৰমণৰো সঙ্গী আছিলোঁ। [illegible] মোৰ

শিক্ষা-দীক্ষালৈও দেউতাৰ যথেষ্ট দৃষ্টি আছিল। বাহিৰত থকা দিনকেইটাত তেখেতে নিজেই মোক পঢ়োৱাৰ ভাৰ লৈছিল। ঘৰলৈ আহিলে এগৰাকী আদহীয়া শিক্ষয়িত্ৰীৰ ওচৰত মই পঢ়া-শুনা, চিলাই, গান আদি শিকিছিলোঁ। দেউতা সংস্কৃত সাহিত্যত সুপণ্ডিত আছিল। সংস্কৃত তেখেতৰ বৰ প্ৰিয় বিষয় আছিল। বোধকৰোঁ সেই কাৰণেই মোকো দেউতাই সৰুৰে পৰা সংস্কৃত পঢ়াবলৈ আৰম্ভ কৰিছিল।

ক্ৰমে ক্ৰমে মই দেউতাৰ লগত সংস্কৃত কাব্য সাহিত্য পঢ়িবলৈ ধৰিলোঁ। যিমানেই পঢ়িলোঁ সিমানেই কাব্যৰ গভীৰ ৰসাল ভাৱবোৰ মোৰ মনত গাঁথি গাঁথি ৰ'বলৈ ধৰিলে। সদায় দেউতাৰ লগে লগে ঘূৰি ফুৰাৰ কাৰণে মোৰ মনটোও, অজানিতে সঙ্গীৰ কাৰণে ক্ষুধিত হৈ উঠিছিল। মোৰ সেই সঙ্গীৰ অভাৱ সংস্কৃত কাব্যই পূৰ্ণ কৰিবলৈ ধৰিলে। একেদিন পঢ়ি থাকোঁতে থাকোঁতে মই বাহ্যিক সংসাৰৰ সকলো পাহৰি যাওঁ। একোখন কিতাপ শেষ হয়, আৰু মোৰ কল্পনা ঘূৰি ফুৰে ৰামগিৰিৰ পৰা উজ্জয়িনীলৈ, বহ্নপ্ৰভৱ হিমালয়ৰ পৰা ৰত্নগৰ্ভ বিশাল সাগৰলৈ। এনেকৈ কবিৰ কল্পনাই মোক কেউ-ফালৰ পৰা আবৃত কৰি ৰাখিলে। সংসাৰখন যে কাব্যৰ সুললিত পদবিন্যাস নহয়, সেইটো মইও মনে মনে জানিছিলোঁ। কিন্তু তথাপি এটা মানসিক তৃপ্তিদায়ক মোহৰ আকৰ্ষণত মই যেন একপ্ৰকাৰ জানি-শুনিয়েই কাব্যৰ ছন্দোময় মায়াজালত আবদ্ধ হৈ পৰিলোঁ।

এয়েই হ'ল মোৰ কাহিনীৰ সূচনা। ঘটনাৰ কথা ক'বলৈ গৈ এই সূচনাখিনি বাদ দিবলৈ মোৰ ভাল নালাগিল।

যি সময়ৰ কথা কৈছোঁ, তেতিয়া মোৰ বয়স সোতৰ, কি ওঠৰ বছৰ। দেউতাৰ লগত মইও তেজপুৰলৈ আহিছোঁ, আৰু নদীৰ পাৰৰ চৰকাৰী বঙলাতে আছোঁহি। চিনাৰ ওপৰত অৰণ্য-বহুল পৰ্বতশ্ৰেণী। এফালে বিশাল ব্ৰহ্মপুত্ৰ। ব্ৰহ্মপুত্ৰৰ গম্ভীৰ ধীৰ গতি। বিস্তৃত বুকুৰ মাজত মহৎ ব্যক্তি-জনোচিত মহান উদাৰতা, অতল গম্ভীৰতা। এই গাম্ভীৰ্যপূৰ্ণ জগতত মোৰ ভাৱপ্ৰৱণ মন বিভোৰ হৈ প'ল। মহাবাহু ব্ৰহ্মপুত্ৰই মোৰ কিশোৰ মন আকৃষ্ট কৰি পেলালে। তাই তাই মোৰ হেঁপাহ নপলোৱা হ'ল। মনত মোৰ অপূৰ্ব হেঁপাহ জাগিবলৈ ধৰিলে।

এদিন গধূলি আবেলি আবেলি আকাশখন ভাগি পৰিল। বাহিৰত মোৰ মনত

এটা অদ্ভুত ভাবৰ উদয় হ'ল। মোৰ মনত হ'ল যেন মই অভি-সাৰিকা। মনোহৰৰ উদ্দেশ্যে খবৰ বাহিৰলৈ আহিছোঁ। কোন কেওঁ? কাৰ উদ্দেশ্যে! লৌহিত্যৰ, শাওনলুঙ্গা নগৰৰ। মুহূৰ্তৰ কাৰণে মই থমকি ৰলোঁ। পিছ মুহূৰ্ততে মোৰ মুখত কৌতুকপূৰ্ণ হাঁহি ওলাল। আকৌ সেই কাব্য, কবিৰ কল্পনা। পাতল মন টো মই আলফাটি পৰোঁ।

অলপ পিছতেই ভৰিৰ তলত, শীতল পানীৰ স্পৰ্শ অনুভৱ কৰিলোঁ। গাটো শিঁয়ৰি খাই উঠিল। ভৰিখন আপোনাআপুনি কোঁচ খাই আহিল। মনটো সংকুচিত হৈ গ'ল। কিবা যেন বেয়া কাম কৰিলোঁ। মাননীয়, শ্ৰদ্ধেয় কাৰোবাৰ গাত ভৰি লাগিলে মনত যি সংকোচ হয়, মোৰ মনতো তেনে হ'ল। বুজিব নোৱাৰা সংকোচত মই স্তব্ধ হৈ ৰলোঁ। ব্ৰহ্মপুত্ৰৰ বহল বুকুলৈ মই আৰু আত্মবিভোৰ হৈ চাই থাকিব নোৱাৰিলোঁ। চকুৰে যেন কাৰোবাৰ লগত চকুৱে চকুৱে পৰি যাব। কোনোবাই যেন মোৰ অগোচৰতে তেওঁৰ গাত ভৰি লগাৰ কাৰণে, মোৰ লাজ সংকোচত বিমুঢ় হোৱা ভাবটোলৈ চাই কৌতুকত মৃদু মৃদু হাঁহি আছে। মোৰ মনত এই অদ্ভুত ধাৰণাই কেনেকৈ স্থান পালে ক'ব নোৱাৰোঁ। কিন্তু হাজাৰ চেষ্টা কৰিও মই আৰু সেইদিনা ব্ৰহ্মপুত্ৰৰ শোভা উপভোগ কৰিব নোৱাৰিলোঁ। মনে মনে নিজৰ ওপৰতে বিৰক্ত হৈ বাসালৈ উভতি আহিলোঁ।

তাৰ পাছত আৰু ব্ৰহ্মপুত্ৰৰ ফালে ওলাবলৈ মোৰ সুবিধা নহ'ল। কাৰণ দেউতা পিছদিনাই তেজপুৰৰ পৰা একেবাৰে শিলং পালেহি। শিলঙলৈ আহি, নানা মানুহ-দুনুহৰ লগত আলাপ-পৰিচয় আৰু চাহ-ভাতৰ নিমন্ত্ৰণ আদিৰ ভিতৰত মোৰ অৱকাশবীয়া সেওঁৰীয়া মনৰ সেই অদ্ভুত ধাৰণা তল পৰি গ'ল। মই আকৌ নিয়মমতে দেউতাৰ লগত পঢ়া-শুনা, খুলা-মেলা কৰিবলৈ ধৰিলোঁ।

মাজে মাজে দেউতাই মোৰ বিয়াৰ বিষয়ে ভাবিবলৈ ধৰিলে। অৱশেষত ভাবি-চিন্তি, বিচাৰি-খোচাৰি দেউতাই 'মোৰ কাৰণে' মনৰ মতৰ জোঁৱাই পালে। ফাগুন মাহৰ এটা উৎসৱপূৰ্ণ দিনত, দেউতাই মোক তেওঁৰ নিৰ্বাচিত জোঁৱাইৰ হাতত সম্প্ৰদান কৰিলে। ৰূপৱান, গুণৱান আৰু ধনৱান স্বামী। অতিকৈ মোৰ

নিজকো একো আপত্তি বা বেজাৰৰ কাৰণ নাছিল। বিয়াৰ পিছদিনা দুপৰীয়া আমি মোৰ শহুৰৰ ঘৰ বুলি যাত্ৰা কৰিলোঁ।

মোৰ স্বামীৰ ঘৰ আছিল লুইতৰ পাৰত। নাওৰে পাৰ হ'ব লাগে। ফাগুন মাহৰ জিৰ্ জিৰীয়া বতাহত লুইতৰ বুকুত উথল-মাথলকৈ ঢৌ উঠিছে। দুই মূৰে নীলা পৰ্দা দিয়া নাওৰ ছৈৰ তলত বহি মোৰ মনটোও যেন সামান্য পৰিমাণে তলমলাই উঠিল। কিন্তু মোৰ কাষত স্বামীৰ অস্তিত্বই মোৰ মনৰ সেই সামান্য পৰিবৰ্তন তৎক্ষণাত আঁতৰাই পেলালে।

কিছু সময়ৰ পাছত আমি আহি তেওঁৰ ঘৰ পালোঁ। যথা নিয়মে মোক আদৰি নি ঘৰ সুমুৱালে। তাৰ পাছত স্বামীৰ লগত মোৰ দিনবিলাক কেইমাহ মানলৈ সহজ, সৰলভাৱে অতিবাহিত হৈ যাবলৈ ধৰিলে।

লুইতৰ কাষতে আমাৰ ঘৰ। সেইকাৰণে লুইতৰ সম্বন্ধে, ঘৰৰ আৰু গাঁৱৰ সকলোৰেই যথেষ্ট পৰিমাণে ঔৎসুক্য আছিল। কাৰণ লুইতেই হ'ল এই গাঁৱৰ অধিবাসীসকলৰ ভাগ্যবিধাতা। ক্ৰোধিত লুইতৰ এটা অবাঞ্ছিত গতিত তেওঁলোকৰ অশেষ ক্ষতি হ'বৰ সম্ভাৱনা। আকৌ লুইতেই কেতিয়াবা অসীম দয়াশীল হৈ তেওঁলোকক আশাতীতৰূপে দান কৰি তুলিব পাৰে। এইদৰে লুইত সম্বন্ধে নানা ধৰণৰ কথা-বতৰা শুনি শুনি স্বাভাৱিকতে লুইতৰ বিষয়ে মোৰ মনতো এটা কৌতূহল হ'বলৈ ধৰিলে।

লাহে লাহে বাৰিষা আহিল। আহাৰ মাহৰ ক'লা ডাৱৰে লুইতৰ বুকু আন্ধাৰ কৰি ছাটি ধৰিলে। বহল বুকুৰ মাজত যেন কিবা এটা অসহনীয় ব্যথা ওপচি পৰিছিল। সেই ব্যথাৰ বোজা সহিবৰ শক্তি যেন ব্ৰহ্মপুত্ৰৰ দৰে শক্তিশালী মহানদখনো নাই। সেই কাৰণেই বোধকৰোঁ গভীৰ ৰাতি কেতিয়াবা লুইতৰ বুকু গৰ্জি উঠে। যেন কোনোবা বীৰ্যবন্ত আত্মাভিমানী পুৰুষে নিজৰ মনৰ ভাব অকস্মাৎ হেৰুৱাই, নিৰ্জন নিস্তব্ধ আন্ধাৰৰ মাজত নিজক অবৰ্ণনীয়া পাই সকলো দুখৰ ভাৰ গভীৰ আন্ধাৰৰ মাজত মোকোলাই দিছে।

কেবাদিনো লুইতৰ সেই গৰ্জন শুনি মই টোপনিৰ পৰা উচপ্ খাই সাৰ পাইছোঁ। মোৰ স্বামীয়ে স্নেহপূৰ্ণ কণ্ঠৰে মোক নিৰ্ভয় দিয়ে। ৰাতি যে মই চকু খাই উঠা নাই, সেই কথা তেওঁক কওঁ।

মনটো সদায় উৎকণ্ঠিত হৈ থাকে, এবাৰ লুইতক চাই আহিবলৈ। কোনো ঘনিষ্ঠ আত্মীয়জন অসুস্থ হ'লে মনৰ অৱস্থা যেনে হয়, মোৰো তেনে হ'ল। দিনৰ সকলো কাম-বনৰ শেষত, সদায় একোবাৰ লুইতক চাই অহা মোৰ এটা বেমাৰ যেন হ'ল। মোৰ স্বামীও কিছুদিন মোৰ লগত গৈছিল। শেষত তেওঁ বিৰক্ত হৈ নোযোৱা হ'ল। ঘৰৰ বাকীবিলাকতো মোৰ এনে অশোভন ধৰণ-ধাৰণৰ বাবে কেতিয়াবাই মোৰ ওপৰত বিৰূপ হৈছিল।

মই কিন্তু সদায় নিয়মিতভাৱে ব্ৰহ্মপুত্ৰক চাবলৈ যাওঁ। যিমানে যাওঁ সিমানে মোৰ উৎকণ্ঠা বাঢ়ি যায়। কি ব্যথা, কি ক্ষোভ আছে এই অতল গভীৰ বুকুৰ মাজত? মই এবাৰ চাব নোৱাৰোঁনে? কেনেকৈ জানিম? কি উপায়ে তাৰ প্ৰতিকাৰ কৰিম?

এনেকৈ বহি বহি ভাবি থাকোঁতে, মোৰ ঘৰলৈ গুভতাও পলম হ'ব ধৰিলে। স্বামীৰ পৰাও এই কাৰণে বিৰক্তিপূৰ্ণ তিৰস্কাৰ শুনিবলৈ ধৰিলোঁ। তেওঁ প্ৰথমে বহুতো চেষ্টা কৰিলে মোৰ মনৰ এনে অদ্ভুত ধাৰণা আঁতৰাবলৈ। দূৰলৈ ফুৰিবলৈ যোৱাটো প্ৰস্তাৱ কৰিলে। মই কিন্তু মান্তি নহলোঁ। দূৰলৈ যোৱাৰ কথা শুনিয়েই মোৰ মনটো চিৰিং কৰি উঠিল। এই অৱস্থাত লুইতক এৰি? লুইতৰ কি হ'ব? অথচ মই থাকিলেই যে কিবা এটা হ'ব সেইটো মই ভবা নাছিলোঁ। কিন্তু তথাপি মই যাব নোৱাৰিলোঁ।

সকলোৰে কথাৰ অবাধ্য হোৱা বাবে, মই সকলোৰে অপ্ৰিয় হৈ উঠিলোঁ। ঘৰে বাহিৰে মোৰ সম্বন্ধে নানা প্ৰকাৰৰ কথা ওলাবলৈ ধৰিলে। ঘৰৰ সকলো মানুহে মোক অৱহেলা কৰিবলৈ ধৰিলে। কথাইপতি গালি-শপনি পাৰিবলৈ আৰম্ভ কৰিলে। তথাপি কিন্তু মই নিয়মিতভাৱে লুইতক চাবলৈ যোৱাটো বন্ধ কৰিব নোৱাৰিলোঁ। এটা বুজিব নোৱৰা আকৰ্ষণী শক্তিয়ে মোক যেন প্ৰতি মুহূৰ্ততে লুইতলৈ টানি নিবলৈ খোজে। কেইদিনমান সেই অসীম শক্তিৰ বিৰুদ্ধে যুঁজি যুঁজি গধুলি সময়ত মই ভাগৰি যাওঁ। তেতিয়া আৰু মই নোযোৱাকৈ থাকিব নোৱাৰোঁ।

মোৰ এই অনিচ্ছাকৃত অবাধ্যতাত বিৰক্ত হৈ ঘৰৰ সকলোৱে মোক নি দেউতাৰ লগতে থোৱাৰ ঠিক কৰিলে। মই যে ইচ্ছা কৰিয়েই সকলোৰে অপ্ৰিয় হোৱা নাই, কিবা এটা এবাৰ নোৱৰা

আকৰ্ষণেহে যে মোক সদায় লুইতৰ পাৰলৈ টানি নিয়ে, তাক কোনেও নুবুজিলে বা বুজিবলৈ যত্ন নকৰিলে। তেওঁলোকে কেৱল গালি-শপনি দিয়েই মোৰ এই অদ্ভুত ভাব আৰু অবাঞ্ছিত কাৰ্য গুচাব খুজিছিল। কোনেও এদিনৰ কাৰণেও মোৰ মনৰ লগত মন মিলাই লুইতৰ সম্বন্ধে এষাৰো কথা নাপাতিলে। এদিন লুইতৰ বিষয়ে মোৰ স্বামীৰ লগত কথা পাতিবলৈ খোজাত, তেওঁ মোক কেৱল মাৰিবলৈহে বাকী ৰাখিলে।

সেই দিনাৰ পৰা মই কাৰো লগত কথা নাপাতোঁ। কাৰণ কথা ওলালেই মোৰ মুখৰ পৰা এবাৰ নহয় এবাৰ লুইতৰ কথা ওলাবই। সেইটোতে সকলোৰে আপত্তি। অথচ সেইটোকে মই চেষ্টা কৰিলেও ৰোধ কৰি ৰাখিব নোৱাৰোঁ। ইচ্ছাশক্তিতকৈ বলৱান আন এটা বুজিব নোৱাৰা শক্তিৰ প্ৰধান্যই মোৰ নিজৰ বিবেক-বুদ্ধিক হেঁচা মাৰি ধৰিছিল। মোৰ দেহ মনৰ ওপৰত মোৰ নিজৰ যেন কোনো শাসনেই নোহোৱা হৈ গৈছিল।

সি যি হওক, কপালৰ লিখন ফলিবই। মই সকলোৰে অপ্ৰিয় হ'বলগীয়া আছিল, হলোঁৱেই।

এদিন মোৰ স্বামী মোক লৈ নাৱত উঠিল, দেউতাৰ ওচৰলৈ মোক নিবলৈ বুলি। মোৰ বিয়াৰ পাছত অহা ফাগুনমাহৰ সেই বতাহো নাই, লুইতৰ বুকুত তেনে উখল মাখলো নাই। ব্ৰহ্মপুত্ৰ যেন সংসাৰৰ হেঁচাত মন ভাঙি যোৱা মানুহৰ দৰে দুৰ্বল আৰু অলস হৈ পৰিছে। কোনো উৎসাহ নাই, বুকুৰ মাজত জীৱনৰ স্পন্দনো যেন নোহোৱা হৈ গৈছে।

নাওখনো চলিছিল স্থিৰ মৃদু গতিত। মোৰ স্বামীও নীৰৱ। তেওঁ মোৰ লগত কেইদিনমানৰ পৰা এষাৰো কথা পতা নাই। সকলো নীৰৱ। কেৱল বঠা মৰাৰ ছুপ্ ছুপ্ শব্দ। দুপৰীয়াৰ গম্ভীৰ নিস্তব্ধতাৰ মাজত বঠাৰ সেই শব্দত মই উচপ খাই উঠিলোঁ। লুইতৰ ক্ষীণ দেহৰ দুইপিনে বালি ওলাই, ব্যাধিগ্ৰস্ত মানুহৰ জীৰ্ণ জকাৰ দৰে দেখা হৈছে। তাৰে বুকুত বঠাই আঘাত কৰিছে। মই সকলো পাহৰি গলোঁ। মুহূৰ্তত ছৈৰ তলৰ পৰা উঠি গৈ নাৱৰীয়াটোৰ হাতখনত খপ্‌কৰে ধৰি পেলালোঁ। খণ্ডত মোৰ স্বামীয়ে হুংকাৰ দি উঠিল। তেওঁ মোক খঙেৰে টানি নি ছৈৰ ভিতৰলৈ

গতা মাৰি দিলে। কি হ'ল—মই কি কৰিলোঁ, একো তত ধৰিব নোৱাৰি মই বিহ্বল হৈ বহি থাকিলোঁ।

কিছু সময়ৰ পাছত আকৌ সেই বঠা মৰাৰ শব্দ। মই এইবাৰ আৰু বেছি উতলা হৈ উঠিলোঁ। কি নিষ্ঠুৰ, কি দয়ামমতাহীন এই মানুহবিলাক! নাই, মই কেতিয়াও ব্ৰহ্মপুত্ৰৰ গাত এনে কঠিন আঘাত কৰিবলৈ নিদিওঁ। মই কঠুৰ সেই গধুৰ বঠাপাতৰ আঘাতটো নিজে গাত পাতি লওঁ বুলি, নাৱৰ পৰা জাপ মাৰি পৰিলোঁ। এক মুহূৰ্তত যেন অনুভৱ কৰিলোঁ—মোৰ গাতে গধুৰ কিবা এভালৰ কঠিন আঘাত। তাৰ পাছত আৰু একো ক'ব নোৱাৰোঁ।

মই যেতিয়া চকু মেলিলোঁ, তেতিয়া দেখিলোঁ মই দেউতাৰ ওচৰত, আমাৰ ঘৰত। দেউতাই মোৰ পিনে বেয়াৰ মনে চাই আছে। ওচৰতে ডাক্তৰ কেইজনমান। এপিনে মোৰ স্বামী।

কেইদিনমানৰ পাছৰ পৰা সদায় ডাক্তৰ আহিবলৈ ধৰিলে মোক চাবলৈ। অথচ মই নিজেই নজানো মোৰ কি অসুখ হৈছে। ডাক্তৰসকলৰ ওপৰত, দেউতা আৰু স্বামীৰ ওপৰতো খং উঠিল। কথা নাই, বতৰা নাই, কিয় ডাক্তৰে সদায় চাব লাগে? মোৰ কি হৈছে? সিহঁতে মোক বলিয়া বুলি ভাবিছে নেকি? ঠিক—সেয়েই হয়। নহলেনো ইমান চৰবত, খোল, দৈ, বৰফ এইবিলাক মোক কিয় ইমানকৈ খাবলৈ দিয়ে? কিয় ঘৰৰ সকলোৰে শংকিত সন্ত্ৰস্ত ভাব? কথাটো ভবাৰ লগে লগে মোৰ বৰ খং উঠিল। হাঁহিও উঠিল।

মই জানো বলিয়া হৈছো—ৰামঃ! +++

# এজোপা খৰুৱা বেঙেনাৰ গছ

গৃহস্থৰ বাৰীৰ ঘৰৰ মুধৰফালে সৰু শাকনীবাৰীখনৰ দাঁতিত গোহালী ঘৰটো। গোহালী আৰু শাকনি বাৰীৰ সীমাতেই খৰুৱা বেঙেনাৰ গছজোপা। গৰুৱে খোৱাৰ ভয় নাই। কাৰণ, খৰুৱা বেঙেনাৰ কাঁইটীয়া পাত গৰুৱে খাব নোৱাৰে। গৰু জাতিৰ বিশেষ দৃষ্টি থকা আন আন শাক পাচলিবিলাক তাঁতিৰ পৰা নিৰাপদ দূৰত, আপডালত থাকে।

বন্ধাকবি, ফুলকবি, ওলকবি, মটৰমাহ, বিন, গাজৰ, বিলাহী, বীট আদি অভিজাত শ্ৰেণীৰ পাচলিবিলাকক নিজ নিজ গৌৰৱ আৰু মহত্ব অনুসাৰে দীঘলীয়াকৈ চাৰিওফালে সমান কৰি ওখ চপ তুলি লৈ চিজিলভাবে শাৰী পাতি ৰোৱা হৈছে। শুবিবিলাকত পানী জমা হ'ব নোৱাৰাকৈ ঘনাই নিৰাই ৰখা হয়। এডালো বন গজিব নোৱাৰাকৈ বা এটাও পোকে ধৰিব নোৱাৰাকৈ অতি যতনেৰে সাৰ-পানী আদি যোগাই, গৃহস্থই পতি-আতি কৰি ৰাখিছে।

এই যত্নৰ বিনিময়ত তেওঁলোকে সময়মতে সুস্বাদু আহাৰে পৰিতৃপ্তিৰে সহকাৰে ভাতৰ কাঁহী উদং কৰিব পাৰে। আলহী-অতিথি আহিলে ফুলকবি, বন্ধাকবি, মটৰ, গাজৰ ইত্যাদিৰে মুখ-ৰোচক আঞ্জা ৰান্ধি খুৱাই প্ৰশংসা লাভ কৰি তৃপ্তি পায়। মাজে-সময়ে মিতিৰ-কুটুম বন্ধু-বান্ধৱকো বিলাই দিলে সিবীহঁতৰ সন্মান হয়। আজিকালি কিলোই প্ৰতি ডেৰটকা দুইটকা হিচাপৰ কৰিব দামৰ দিনত সিহঁতৰ জেপনে দৰকাৰমতে দুপইচা আহেও। গতিকে এইবিলাক অভিজাত শ্ৰেণীৰ পাচলিৰ প্ৰতি গৃহস্থৰ ভাতৰৰ পৰা সকলোকে সকলোৰে বিশেষ দৃষ্টি।

অভিজাত শ্ৰেণীৰ কবি, মটৰ আদিৰ পাছতেই মধ্যবিত্ত পাচলি, টুকা, লফা, ৰবৰবেঙেনা ইত্যাদিৰ খেতি। এইবিলাকেও আঞ্জা আৰু ৰন্ধাৰ দামৰ ক্ষেত্ৰত নিজ নিজ আৱশ্যক অনুসাৰে যথেষ্ট

তত্ত্বাৱধানত থাকে। উচ্চশ্রেণীৰ কবি, বিলাহী আদিৰ দৰে অনবৰত গিৰীহঁতৰ সতৰ্ক পতি-আতি নাপালেও সময়ে সময়ে গুৰিবিলাক চিকুণাই গৃহস্থই সাৰ-পানী দিয়ে। ঘন হৈ গজি, বাঢ়িবলৈ জাগা নাপালে, আলাসতে ঢুকুমসীয়া পুলিবিলাক উঘালি আনি, বহল ঠাই কৰি দিয়ে সতেজ হৈ বাঢ়িবলৈ। বৰ বেঙেনা, ভোলা বেঙেনাৰ গছবিলাকত ফুটছাই ছাটিয়াই দিয়ে পোক নধৰিবলৈ। আকৌ বেছি ছাই জমা হৈ মাটিত খাৰ উঠি গছ যাতে মৰি নাযায়, তাৰ প্ৰতিও গৃহস্থই যথেষ্ট চকু ৰাখে। আনকি বাৰীৰ চুকৰ লাইশাক কেইজোপাও গিৰীহঁতৰ হাতৰ অলপ অচৰপ পতি পায়। কেৱল গোহালী আৰু শাকনিবাৰীৰ দাঁতিত থকা খৰুৱা বেঙেনাজোপাই কোনো প্ৰকাৰৰ আপডাল নোপোৱাকৈও চাৰিওফালৰ পৰা জীৱনৰস চুহি লৈ যেন সংসাৰত জীয়াই থকাৰ আনন্দতেই শুভ্ৰ ফুলে বাৰমাহ জকমকাই থাকে।

বেঙেনা গছত ছাই দিলে ভাল, এই চেলু লৈ ৰান্ধনীয়ে সদায় পুৱা চৌকাৰ বাহী ছাইবোৰ নি খৰুৱা বেঙেনাজোপাৰ গুৰিতেই জমা কৰে। আকৌ শাক-পাচলিৰ বাকলি আদি গছৰ ভাল সাৰ হয়। সেইবাবে খৰুৱা বেঙেনা জাপাৰ গুৰিতেই ৰান্ধনি ঘৰৰ প্ৰায়বিলাক আবৰ্জনাই জমা হয়। গছত পানী দিব লাগে। ৰান্ধনীয়ে হাতপাত ধোৱা চৰিয়াটোৰ পানীখিনিও নি হুৰ্‌হুৰাই খৰুৱা বেঙেনাজোপাৰ গুৰিতেই ঢালে।

আপডাল নাই, পতি নাই, সাৰ পানীৰ খাদ্য নাই, তথাপি খৰুৱা বেঙেনাজোপাৰ কঁাইটীয়া পাতেৰে ভৰা, ফেনা মেলি মেলি বহলাই যোৱা লিহিকা লিহিকা ডালবিলাক, অকণ অকণ বেঙুনীয়া ফুল আৰু সৰু সৰু বগা বগা থোপা থুপি ফলেৰে ভৰি থাকে।

ফাগুন-চ'ত মহীয়া আজা পাচলিৰ অভাৱত ৰান্ধনীয়ে কেতিয়াবা তাৰেই কেইটামান ছিঙি লৈ যায়। মিহি মিহিকৈ কাটি নিমখ পানীত তিয়াই লয়। সৰু সৰু বেঙেনাবিলাকৰ গাত থকা খাৰখিনি ওলাই গৈ পানীখিনি ৰঙা পৰি যায়। ৰান্ধনীয়ে তেতিয়া বেঙেনাখিনি সুদাই, কেতিয়াবা নিমপাতেৰে ভাজি খয়। নানা ৰোগৰ উপকাৰী বুলি, ল'ৰা-ছোৱালীয়ে খাব নুখুজিলেও জোৰ কৰি খুৱায়।

আকৌ প্ৰাকৃট-পাৰ্বণ সকামৰ আগৰ 'হবিষ্য'ৰ দিনা গিৰীহঁতনীয়ে

খকৰা বেঙেনাজোপাৰ পৰাই কোমল কোমল চাই এগাল সৰু সৰু বেঙেনা ছিঙি লৈ যায়। হবিচ' হয়তো কেৱল গিৰীহঁতেহে কৰিব। কিন্তু হবিচিয়া ভাত খাবলৈ ঘৰৰ সৰু সৰু ল'ৰা-ছোৱালীবিলাকে যেনেদৰে আগ্ৰহান্বিত হৈ বৈ থাকে সিহঁতকো একোগৰাহ দিবই লাগে। গতিকে বেঙেনাৰ কলি কেইটামান সৰহকৈয়ে ছিঙি আনে গিৰীহঁতনীয়ে।

কলপাতৰ ওপৰত, মাৰেৰে সৈতে ফেনফেনীয়া, ধোঁৱা ওলাই থকা, গৰু ঘিঁউ চলা, গৰম হবিচিয়া' ভাতৰ লগত আলুগুটি আৰু খকৰা বেঙেনা পিটিকাৰ সোৱাদত ঘৰৰ ল'ৰাবুঢ়া সকলোৱে পৰিতৃপ্ত হয়।

ঘৰলৈ অসময়ত আলহী অতিথি আহি পালে, ঘৰত আলুগুটি এটাও নথকা অৱস্থাত খকৰা বেঙেনাজোপাই গৃহস্থৰ মান ৰক্ষা কৰে। গিৰীহঁতনীয়ে লৰা-লৰি কৰি চকৰ তলত জুই দি, গছৰ পৰা বেঙেনা কেইটামান ছিঙি আনি দুটামান ভাতত দি, দুটামান ভাজি দি অতিথিক পৰিতোষিক কৰে।

এনেকৈ আকালে অভাৱে শাক-পাচলীৰ নাটনিৰ দিনত অসময়ত খকৰা বেঙেনাজোপাই কত ভাবে যে গিৰীহঁতৰ খাদ্য যোগানত, মান সন্মান ৰখাত সহায় কৰে তাৰ লেখ-জোখ নাই।

নানা প্ৰতিপালকৈ যত্ন লৈ কৰা কবি, মটৰ, পালেং, চুকা আদিয়ে গিৰীহঁতক খন্তেকীয়া তৃপ্তি দি লোপ পায়। কিন্তু জাৰে-জহে, ব'দে-বৰষুণে সদায়েই নীৰৱে গিৰীহঁতৰ শুশ্ৰূষাৰত খকৰা বেঙেনাজোপাৰ প্ৰতিহে গৃহস্থৰ নিৰ্বিকাৰ ভাব।

গোহালীটোৰ মূখত, শাকনিবাৰীৰ তাঁতিশালৰ দাঁতিত ছাই-জাবৰ আদি আবৰ্জনাৰ মাজত থিয় হৈ পকা খকৰা বেঙেনাজোপাই বিৰহ মনে কৰি, বিলাহী আসিক আপডাল কৰা চাই থাকে। নিজৰ ভাগ্যকে হয়তো ধিক্কাৰ দিয়ে।

আকৌ ক্ষণস্থায়ী অভিজাত সম্প্ৰদায়ৰ শাক পাচলিবিলাক লোপ পালে, গৃহস্থই যেতিয়া তাৰেই শৰণাগত হ'বলগীয়া হয়, তেতিয়াও সি নিৰ্বিকাৰভাৱেই বৈ থাকে।

হয়তোবা কেতিয়াবা ব্যংগমিশ্ৰিত হাঁহি এটাও মাৰি দিয়ে। হাঁহিৰ বেগত গোটেই গছজোপা জোকাৰ খাই উঠে।

গৃহস্থই ভাবে বেঙেনাবেইটা লৰা-লৰিকৈ টান মাৰি ছিঙি অনাৰ বাবেই গছজোপাত জোকাৰণি লাগিছে। +++

# অভিৰূপনন্দা

## [আখ্যান]

দেশে দেশে মহাপ্ৰভু 'তথাগত'ৰ দীক্ষামন্ত্ৰৰ মহা খলকনি উঠিছে। ভিক্ষুসকলৰ গুৰুগম্ভীৰ কণ্ঠৰ পৰা, মধুৰ উদাত্ত সুৰত ধ্বনিত হৈছে—"ওঁ ধৰ্ম্মং শৰণং গচ্ছামি; ওঁ সঙ্ঘং শৰণং গচ্ছামি।" মহামন্ত্ৰৰ সেই প্ৰাণস্পৰ্শী ধ্বনি শুনি ৰজা, প্ৰজা, ধনী, দৰিদ্ৰ, আবাল-বৃদ্ধ-বনিতা আদি শাক্যসিংহৰ চৰণত বিলাস, বিভ্ৰম, সুখ-দুখ সকলো অৰ্পি দি, এক বস্ত্ৰ ভিক্ষু হৈ তেওঁৰ আগত সাষ্টাঙ্গ হৈ পৰিছে। সাংসাৰিক সুখদুখত বীতস্পৃহ কুমাৰৰ বিপুল জয়ধ্বনিত, শাক্য-ৰাজপ্ৰাসাদ ঝনঝনাই কঁপি উঠিল। সেই কঁপনিয়ে ৰজ-অন্তেম-পুৰতো তোলপাৰ লগাই দিলে। ৰাজকুলৰ পাঁচশ জীয়াৰী, বোৱাৰী, সহচৰী লৈ মহাপ্ৰজাপতি গৌতমী আদি বুদ্ধদেৱৰ শৰণাগত হ'ল।

গত জীৱনত নশ্বৰ দেহা লৈ কৰা অসাৰ মান-অভিমান, সুখ-দুখৰ কথা ভাবি সকলোৰে মন অনুশোচনাপূৰ্ণ। চকুত ভক্তিঅশ্ৰু টলমল্ কৰিছে। প্ৰেমাবেগত অস্ফুট সুৰেৰে মন্ত্ৰোচ্চাৰণ কৰাত ওঁঠত মৃদু মৃদু কঁপনি উঠিছে। কেৱল ভগৱান বুদ্ধৰ ওঁঠত দয়া, মধুৰ হাঁহি, চকুত মহাজ্ঞানৰ উজ্জ্বল দীপ্তি। জ্ঞানদাতা, অভয়দাতা হৈ, মোহন ভঙ্গিমাত জগতৰ মহাভিক্ষু ভিক্ষাপাত্ৰ হাতত লৈ, মোহান্ধ মানৱক আত্মা-শুদ্ধিৰ বিমল সৰল পথ দেখুৱাই ফুৰিছে।

সেই সময়ৰে কথা। শাক্য ক্ষেমকৰ অপৰূপ ৰূপ-লাৱণ্যৱতী জীয়াৰী অভিৰূপ নন্দাৰ অসামান্য ৰূপ-গুণ, আৰু অমায়িক মৌ-বৰষা কথাৰ আলোচনা কপিলাবস্তুৰ ডেকাসকলৰ মুখে মুখে। প্ৰস্ফুটিত পদ্মৰ লোভত ভ্ৰমৰদলৰ গুঞ্জনৰ দৰে, ডেওঁলোকৰ সেই প্ৰেমলুব্ধ প্ৰাণে অভিৰূপনন্দাৰ চাৰিওপিনে গুঞ্জন বৰ তুলিছিল। কত ৰাজপুত্ৰ শ্ৰেষ্ঠীপুত্ৰই, অভিৰূপনন্দাক জীৱনসঙ্গিনীৰূপে পাবলৈ আশা

কৰি আছি, বিফল মনোৰথ হৈ উভতি গৈছে। কত ডেকাই তেওঁৰ কুঁহিপাতৰ ৰঙৰ দৰে কিঞ্চিৎ তামবৰণীয়া ওঁঠৰ এষাৰ সুৰলা মাত শুনিবলৈ জীৱন পাত কৰিছে—তথাপি ৰূপগৰবিতা ক্ষেমক কন্যাই কোনো ডেকাকেই নিজৰ স্বামী কৰি ল'বলৈ উপযুক্ত যেন নাভাবিলে। সুগন্ধ পুষ্পৰ সৌৰভত আকৰ্ষিত হৈ আহি, পুষ্পকোষৰ ভিতৰত সঞ্চিত মধু আহৰণত বিফল হৈ, ক্ৰোধত মধুকৰ যেনেকৈ নিজৰ বিষাক্ত হুলৰ দ্বাৰা ফুলৰ বাহিৰা বৰ্ণটোকে ক্ষত বিক্ষত কৰি উভতি যায়, তেনেকৈ অভিৰূপনন্দাৰ প্ৰীতি আহৰণতো বিফল হোৱা ডেকাসকলে তেওঁক কটু কথাৰ দ্বাৰা ব্যথিতা কৰি উভতি গ'ল।

অৱশেষত ডেকাসকলৰ অন্তৰত উমি উমি থকা শ্ৰদ্ধা আৰু প্ৰীতিৰ ভাব আহত হৈ প্ৰতিহিংসাৰূপে জ্বলি উঠিল। ডেকাজ'ৰা থকা মাক-বাপেকসকলে অভিৰূপনন্দাক অশেষ গালি-শপনি পাৰিব ধৰিলে। এনে অহঙ্কাৰী, কাঠফুটীয়া গাভৰুৰ কি প্ৰকাৰৰ শাস্তি হ'লে যে উপযুক্ত শিক্ষা হয় তাৰে সমালোচনা কৰিবলৈ ধৰিলে।

ৰাজ্যৰ প্ৰায় সকলোবিলাক ৰূপগুণসম্পন্ন বুলি জনাজাত ডেকাক অভিৰূপনন্দাই প্ৰত্যাখ্যান কৰিলে। তেওঁৰ মাক-বাপেকৰো মনত মহা চিন্তাৰ ভাব উদয় হ'ল। জীয়েকক কাক গতায়? নিজৰ ভাল-বেয়া বুজা, গাভৰু জীয়াৰীক, কন্যাৰ নিজৰ অনুমোদন বিনে যাকে তাকেই বা দিয়ে কেনেকৈ? ভাবিচিন্তি ক্ষেমক আৰু ক্ষেমক-পত্নীৰ পেটত ভাত, চকুত টোপনি নোহোৱা হ'ল।

যাৰ নিমিত্তে ঘৰে বাহিৰে ইমান চিন্তা, ইমান আলোচনা— সেই অভিৰূপনন্দাৰ কিন্তু মনত কোনো চিন্তাই নাই। নিজৰ ৰূপ যৌৱনত বিভোল হৈ তেওঁ নিজৰ প্ৰসাধন আৰু আমোদ-প্ৰমোদতে মগ্ন হৈ থাকে। দিনমণিৰ গতিৰ লগত গতি মিলাই তেওঁ বেশভূষা, অলঙ্কাৰাদি সজায়। ওচৰত সহ-পোহৰজনী সহচৰীয়ে কুঙ্কুম চন্দন আদি নানা প্ৰসাধন দ্ৰব্যৰ যোগান ধৰি থাকে। মালিনীয়ে প্ৰত্যেকবাৰে বিবিধ ফুলেৰে বেলেগ বেলেগ গোঁথনীৰ মালা আনি দিয়ে। সখীয়েকে প্ৰত্যেক সাজসজ্জাৰ লগত মিলাই অভিৰূপনন্দাৰ কাহ্-ভৰীয়া চুলিকোছা বিবিধ ছন্দত বান্ধি দিয়ে। অৱসৰ সময়ত, সখীয়েকসকলৰ লগত গীতবাদ্য কৰি, কাব্য কথা শুনি তেওঁ চিত্ত বিনোদন কৰে।

অভিৰূপনন্দাই এনেকৈ এদিন গোধূলি বেলাচ ৰাজ-বিলাহত

উটি-বুৰি থাকোঁতে, ক্ষেমকৰ পদূলিমুখত বৌদ্ধভিক্ষুৰ গহীন মাত শুনা গ'ল—"ওঁ বুদ্ধং শৰণং গচ্ছ মি---ওঁ--"। সখী-পৰিবেষ্টিতা অভিৰূপনন্দাই ভিক্ষা কৰিবলৈ ভিখাৰী অহা বুলি জালিকটা খিৰিকীয়েদি তেওঁৰ পদুম ফুলৰ নিন্দিনা মুখখন উলিয়াই বাহিৰলৈ চালে। কিন্তু ভিক্ষুলৈ চকু পৰাত তেওঁ স্তব্ধ হৈ ৰ'ল। কি উজ্জ্বল, তেজিয়াল, মহান মূৰ্তি! কেশহীন মূৰ, এখনমাত্ৰ গৈৰিকবাস গাত মেৰোৱা, হাতত ভিক্ষাপাত্ৰ। তথাপি কি অপৰূপ কান্তিমান পুৰুষ! পদ্ম-পলাশ চকুত কেনে বিশ্ববিমোহন দৃষ্টি! সেই চকুযুৰিত দয়া, প্ৰেম, ক্ষমা, পৌৰুষ, সকলোবিলাক যেন একেলগে প্ৰস্ফুটিত হৈ উঠিছে। উন্নত, বলিষ্ঠ গৌৰ দেহাত যেন সৌন্দৰ্য নধৰা হৈ কেউপিনে ছিটিকি চিটিকি পৰিব ধৰিছে। সুন্দৰ সুন্দৰ পৰিচ্ছদধাৰী, ৰূপবান ধনবান ডেকাসকলৰ কোনেও অশেষ যত্ন সত্ত্বেও যাৰ মনত অলপো দাগ বহুৱাব নোৱাৰিলে, এজন মুণ্ডিত-মস্তক, গৈৰিকধাৰী ভিক্ষুকক দেখি সেই অসামান্য সুন্দৰীৰ অনাঘাত প্ৰাণত যেন কিহৰ স্পন্দন উঠিল! অভিৰূপনন্দাই মন্ত্ৰমুগ্ধা হৰিণীৰ দৰে একেথৰে চাই থাকিল।

সখীয়েকক এজন সাধাৰণ ভিক্ষুলৈ এনেকৈ চাই থকা দেখি, তেওঁৰ সঙ্গিনীসকলেও ভুমুক-ভুমুকি কৰি চাবলৈ ধৰিলে। দুৱাৰ-মুখত গৈৰিকধাৰী ভিক্ষুক দেখিয়েই সখীয়েকহঁতে অস্ফুটধ্বনি কৰি উঠিল—"তথাগত"। 'তথাগত' কথাষাৰ শুনি অভিৰূপনন্দা চমক খাই উঠিল। মোহমুগ্ধাৰ নিচিনা তেওঁৰ মুখৰ পৰা কেৱল সখীয়েক সকলৰ কথাৰ ক্ষীণ প্ৰতিধ্বনিহে ওলাল "তথাগত?"

গাভৰুৰ মুগ্ধাভাব পদূলিমুখত থিয় দি থকা ভিক্ষুৰ চকুতো নপৰাকৈ নাথাকিল। এটা অবজ্ঞাৰ হাঁহি তেওঁৰ দৃঢ়বদ্ধ, সুদৃশ্য ওঁঠৰ ওপৰত ফুটি উঠি নিমিষতে নোহোৱা হ'ল। নতদৃষ্টি ভিক্ষুৰ দৃঢ়তাব্যঞ্জক কণ্ঠস্বৰ শুনা গ'ল "ভিক্ষাং দেহি।"

প্ৰায় বাহ্যজ্ঞানশূন্যা হৈ অভিৰূপনন্দা দৌৰি ওলাই আহিল। হতবুদ্ধি সখীয়েকহঁতে তাৰপৰা তেওঁৰ গতিবিধিকে চাই থাকিল। অভিৰূপনন্দাই ভিক্ষুৰ ভিক্ষা পাত্ৰত নিজৰ গাৰ সমস্ত বহ্বালঙ্কাৰ সোলোকাই দিলে। মণিমাণিক্যৰ ভৰত ভিক্ষাপাত্ৰ জকমকাই উঠিল। গৰ্বিতা ক্ষেমকৰকন্যা ভিক্ষুৰূৰ চৰণত দীঘল দি পৰিল। বাঁও হাতে ৰত্নপূৰ্ণ ভিক্ষাপাত্ৰ ধৰি সোঁ হাতখন অভিৰূপনন্দাৰ মূৰৰ ওপৰত

আশীৰ্বাদৰ ভঙ্গীত থৈ, ভিক্ষুকে অস্ফুটস্বৰে আশীৰ্বচন উচ্চাৰণ কৰিলে। তাৰ পাছত ধীৰে ধীৰে তেওঁ তাৰপৰা ওলাই গ'ল।

অভিৰূপনন্দা কিন্তু তেনেকৈ পৰিয়েই থাকিল। প্ৰাণৰ ভিতৰত যি অপূৰ্ব ভাবৰ স্পন্দন উঠিছিল, তাৰে অনুভূতিত তেওঁৰ সমস্ত দেহ-মনৰ যেন চলন শক্তিৰহিত হৈ পৰিছিল। সখীয়েসকলে ভিক্ষুক গুচি যোৱা সত্ত্বেও তেওঁক মাটিৰ পৰা নুঠা দেখি ওচৰলৈ দৌৰি গৈ মাতিব ধৰিলে। তেওঁলোকৰ মাতত চক্‌মক্ খাই অভিৰূপনন্দা থিয় হৈ উঠিল। ভিক্ষুকক নেদেখি নিমাতে নিবোলে তেওঁ ঘৰৰ ভিতৰলৈ গ'ল।

কিন্তু সখীয়েকসকলৰ অশেষ অনুৰোধ উপৰোধতো তেওঁ আৰু গীতবাদ্যত মন দিব নোৱাৰিলে। সহচৰীয়ে গোধূলি সময়ৰ উপযুক্ত, বস্ত্ৰাদি আভৰণ লৈ থিয় দি থাকিল। স্নানাগাৰত সুগন্ধি পানীৰ প্ৰস্ৰৱণ এনেয়ে বৈ যাব ধৰিলে। আন আন সখীয়েকবিলাকেও বিধে বিধে প্ৰসাধন দ্ৰব্য লৈ বৈ আছে। অস্তগামী সূৰ্যদেৱৰ হেঙুলীয়া ৰশ্মি ক্ৰমে আন্ধাৰৰ বুকুত ঢলি পৰিব ধৰিছে। সান্ধ্যকালৰ প্ৰসাধনৰ সময় অতিবাহিত হৈ গ'ল। অভিৰূপনন্দা নিশ্চল মূৰ্তিৰ দৰে খিৰিকিৰ মুখত বহিয়েই থাকিল। মালিনীয়ে নতুনকৈ ফুলা, মল-মলীয়া মুঠি-মালি আৰু গোধূলি ৰঙৰ ৰঙা কৰবী ফুলৰ মালা, অতি কৌশলেৰে গুঁথি আনিছে। মালাৰ ফুল জেৰেঙে গ'ল, সখীয়েক সকলো বৈ বৈ ভাগৰি পৰিল। অভিৰূপনন্দাৰ স্বভাববিৰুদ্ধ গহীন, ভাব, গম্ভীৰ মূৰ্তি দেখি কোনেও তেওঁক মাতিবলৈকে সাহ নকৰিলে।

ইতিমধ্যে গোটেই ঘটনাটো অভিৰূপনন্দাৰ মাক-দেউতাকেও শুনিলে। উদ্বেগপূৰ্ণ মন লৈ তেওঁলোক লৰালৰিকৈ জীয়েকৰ ওচৰলৈ আহিল। মাক-পিতাকক দেখি অভিৰূপনন্দাৰ মনৰ বান্ধ শিথিল হৈ গ'ল। তেওঁৰ মেঘলগা চকুৰ পৰা সৰসৰকৈ চকুপানী বৰবলৈ ধৰিলে। কোনেও কিন্তু বুজি নাপালে সেই চকুপানী আনন্দৰ নে হতাশাৰ।

দিনে দিনে অভিৰূপনন্দাৰ অতুল ৰূপ যৌৱন নিষ্প্ৰভ হৈ যাব ধৰিলে। সাজ-সজ্জা, নৃত্য-গীত, খোৱা-লোৱা, সকলোতে তেওঁৰ স্পৃহা নোহোৱা হ'ল। তেওঁৰ গতি-বিধি দেখি, ঘৰৰ সকলোৱে ভাবিলে অভিৰূপনন্দাৰ সংসাৰ এৰিবৰ মন হৈছে। অভিৰূপনন্দাই

নিজেও ভাবি-চিন্তি ভিক্ষুণী হোৱাই মঙ্গল বুলি ভাবিলে। কাৰণ 'তথাগত'ক দেখা পোৱাৰ পাছৰ পৰা তেওঁৰ অন্তৰত যি ভাবে ঠাই লৈছিল তাক মনে মনে স্বীকাৰ কৰিবলৈও তেওঁৰ ভয় আৰু সংকোচৰ সীমা নাছিল। তেওঁৰ নিৰ্ঘূণীয়া কুমাৰী মন, প্ৰথমবাৰ পুৰুষৰ যথাৰ্থ পৌৰুষশোভা দেখি, সেই ছদ্মদেহ ভিক্ষুকৰ প্ৰতি নিজৰ অজ্ঞাতত্তে গভীৰভাবে আকৃষ্ট হৈছিল। যেতিয়া তেওঁ জানিলে যে ভিক্ষুক আৰু কোনো নহয়, মহাপ্ৰভু তথাগত'—তেতিয়া, সংকোচ, লাজ, ভয় আৰু হতাশাত তেওঁৰ হৃদয় চূড়মাৰ হৈ যাব ধৰিলে। অশেষ চেষ্টা কৰিও তেওঁ নিজৰ মনক বশ মনাব নোৱাৰিলে। ভিক্ষুণী ব্ৰতত দীক্ষিতা হলে বিজানি মনৰ এই দুৰ্বিনীত আশাৰ লোপ হয়, এই ভাবি তেওঁ এদিন ভিক্ষুণী সংঘত যোগদান কৰিলে। অভিৰূপনন্দা ভিক্ষুণী হোৱাত তেওঁৰ পৰিজনবৰ্গৰ মনত কিছু পৰিমাণে আঘাত লাগিলেও তেওঁলোকৰ ছোৱালীয়ে যে এনে মহৎ কাম কৰিছে তাকে ভাবি নিজৰ নিজৰ মনলৈ শান্তি আনিবৰ চেষ্টা কৰিলে।

কিন্তু যি নিজৰ শান্তিৰ নিমিত্তে, কঠোৰ ভিক্ষুণী ব্ৰত গ্ৰহণ কৰিলে তেওঁৰ মনত অশান্তিৰ সীমা নোহোৱা হ'ল। ব্ৰতৰ নিয়ম অনুসৰি মনৰ সকলো কামনা-বাসনা, সুখ-দুখ ভগৱানৰ চৰণত অৰ্পি দি, সত্যাবদ্ধ হোৱাৰ পাছতো যেতিয়া তেওঁৰ মনৰ পূৰ্বভাব দূৰ নহ'ল তেতিয়া অভিৰূপনন্দাই বিষম অশান্তি পাব ধৰিলে। মনৰ এনে দুনিবাৰ গতি বুজি পাই তেওঁ সংকোচত ম্ৰিয়মান হৈ ৰ'ল।

যেতিয়া তেওঁ মনে মনে বুদ্ধদেৱকো ঈশ্বৰৰ অৱতাৰ বুলি ভক্তি-ভাৱে পূজা কৰে হঠাতে ভয়কুণ্ঠিতা হৈ দেখে যে ভক্তিৰ লগত মানৱজনোচিত প্ৰেমো তেওঁ নিবেদন কৰিলে। মানসিক প্ৰেমৰ লগত দৈহিক প্ৰীতিৰ যি অভেদ্য সংযোগ মানুহৰ প্ৰাণত সাধাৰণ অৱস্থাতে সকলোতে দেখা যায়—ভিক্ষুণী ব্ৰতধাৰী নিজৰ মনতো তেনে প্ৰেমৰ প্ৰভাৱ দেখি, তেওঁ কুণ্ঠিতা হৈ পৰে। পূজাও তেওঁৰ অসমাপ্ত অৱস্থাতে পৰি থাকে। ধূপ-ধুনাৰ গন্ধ ক্ষীণ হৈ আহে, মাটিৰ চাকিগছ নিষ্প্ৰভ হৈ আহি নুমাই যায়।

কেনেবাকৈ এই অসংযত মনৰ গতিৰ কথা ব্যক্ত হৈ পৰে বুলি তেওঁ বিষান পাৰে—সকলোৰে পৰা দূৰত থাকিব ধৰিলে। ভিক্ষুণী

সংঘৰ নিয়মিত কামখিনি তেওঁ যন্ত্ৰৰ দৰে কৰি যায়। প্ৰাণত একো অনুপ্ৰেৰণা নাপায়। তেওঁৰ মোহমুগ্ধ দৃষ্টি দেখিলে বুদ্ধদেৱে তেওঁক তিৰস্কাৰ কৰিবৰ আশঙ্কাত অতি সাৱধানে তেওঁ বুদ্ধদেৱৰ সন্নিধান এৰি ফুৰে।

এইদৰে কুণ্ঠিতা অভিৰূপনন্দাৰ দিন অতিবাহিত হ'ব ধৰিলে। এনেতে এদিন বিহাৰৰ ভিক্ষুণীসকলক জ্ঞানলাভৰ অৰ্থে কিছুমান উপদেশ দিবলৈ মন কৰি বুদ্ধদেৱে সংঘৰ প্ৰধানা ভিক্ষুণী মহাপ্ৰজাপতি গৌতমীক আদেশ দিলে যে সমস্ত ভিক্ষুণীক যেন সমবেত কৰা হয়।

সভা, মন্ত্ৰণা আদিৰ কাৰণে ৰক্ষিত বিহাৰৰ বিস্তীৰ্ণ প্ৰকোষ্ঠত ভিক্ষুণীসকল নিৰ্দিষ্ট সময়ত আহি উপস্থিত হ'ল। অভিৰূপনন্দাৰ কিন্তু বুদ্ধদেৱৰ সমুখলৈ আহিবৰ সাহ নহ'ল। তেওঁ নিজৰ খোঁটালীতে বিমৰ্ষ হৈ বহি থাকিল।

যথা সময়ত সমবেত ভিক্ষুণীসকলৰ আগত নিজৰ প্ৰধান শিষ্য আনন্দক লৈ মহাপ্ৰভু গৌতম আহি উপস্থিত হ'ল। ভিক্ষুণীসকলে স্বস্তি বচন উচ্চাৰণ কৰিলে। মহাপ্ৰভুয়ে তেওঁৰ অভয় হস্ত তুলি সকলোকে আশীৰ্বাদ কৰিলে।

প্ৰধানা ভিক্ষুণীয়ে তেওঁৰ চৰণতলত উপস্থিত ভিক্ষুণীসকলৰ তালিকা থৈ গ'ল। সেই তালিকাত অভিৰূপনন্দাৰ নাম নেদেখি বুদ্ধদেৱৰ ধেনুভিৰীয়া ভ্ৰুযোৰা সামান্যভাৱে কোঁচ খাই গ'ল। তেওঁ অভিৰূপনন্দা নহাৰ কাৰণ বুজিব পাৰি আদেশ কৰিলে যে বিনা কাৰণত যেন কোনো ভিক্ষুণীয়েই উপস্থিত নাথাকে। এই আদেশ শুনি ভয় সংকোচত কুণ্ঠিত মন লৈও অভিৰূপনন্দা আহিবলৈ বাধ্য হ'ল। তেওঁ আহি সকলোৰে পিচত সসংকোচে বহি পৰিল।

বুদ্ধদেৱে তেওঁৰ সংকোচ, কুণ্ঠিত ভাব দেখি মৃদুভাৱে হাঁহিলে। এইবাৰ তাচ্ছিল্যৰ হাঁহি নহয় দয়া, ক্ষমা মিশ্ৰিত স্মিত হাঁহি। তেওঁ ভিক্ষুণী অভিৰূপনন্দাক ওচৰলৈ মাতি নিলে। গম্ভীৰ, মৰ-মীয়াল মাতত তেওঁক নশ্বৰ দেহৰ অস্থিৰতা, আৰু মানৱৰ কৰ্তব্যৰ বিষয়ে উপদেশ দিব ধৰিলে। 'তথাগত'ৰ সেই প্ৰাণস্পৰ্শী, সুগম্ভীৰ উপদেশ বাণী শুনি মোহমুগ্ধা অভিৰূপনন্দাৰ জ্ঞান চকু মুকলি হৈ গ'ল। তেওঁৰ আগৰ কুণ্ঠিত ভীত ভাব দূৰ হ'ল। ভগৱান

'তথাগত'ৰ মুখলৈ, সজল চকুৰে, তেওঁ চাই থাকিল। সেই অপাৰ্থিব মুখশ্ৰীত তেওঁ কেৱল মোহমায়ামুগ্ধ মানৱৰ জ্ঞানদাতা আৰু শান্তি-দাতাৰ উজ্জ্বল বিমল জ্যোতি দেখা পালে। সেই শান্তিময় দীপ্তিমান মূৰ্তিৰ আগত দ্বিতীয়বাৰ অভিৰূপনন্দা সাষ্টাঙ্গ হৈ পৰিল। এইবাৰ তেওঁৰ আত্ম-নিবেদনত কোনো গ্লানি নাই, কুণ্ঠা নাই। জ্ঞানোন্মিলনত, শান্তিপূৰ্ণ মন লৈ তেওঁ মহাপ্ৰভুৰ চৰণত সকলো নিৰ্বিচাৰে নিবেদন কৰিলে। বুদ্ধদেৱেও তেওঁৰ মূৰৰ ওপৰত অতি স্নেহপূৰ্ণ পদ্মকলিৰ দৰে হাত দি আশীৰ্বাদ কৰিলে, "ওঁ শান্তি শান্তি, শান্তি।"

এইবাৰ তেওঁৰ আশীৰ্বচন সুস্পষ্ট। জ্ঞানোজ্জ্বল মুখকান্তিত জীৱৰ প্ৰতি দয়াৱানৰ সস্নেহ ক্ষমাময় হাঁহি। +++

# সংসাৰ

জীৱনৰ পঞ্চাশটা বছৰ, কেনেকৈ কোনপিনেদি স্বপ্ন অতিবাহিত হৈ গ'ল, ভাবি সত্যব্ৰতীয়ে বিমূঢ় হৈ যায়। নিজৰ স্বাস্থ্য ভাতি যোৱা, নিস্তেজ ক্ষীণ দেহাটোলৈ চাই, মূৰৰ পাতল হৈ অহা কেঁচা-পকা চুলি কেইডাল দেখিলে তেওঁ যেন নিজকে নিজে চিনি নাপায়!

কন্যাৰ, পত্নীৰ, মাতৃৰ আৰু গৃহিণীৰ কৰ্মমুখৰ ব্যস্ত দিনবিলাকৰ পৰা আজি তেওঁৰ অৱসৰ হ'ল। সংসাৰত কোনো মোহেই, কোনো কামেই আৰু নিজৰ মনত অকণো ভাবান্তৰ নঘটায়। জীৱনটো এটা অনাগতিয়াল বেজাৰ, কামবিলাক কোনোবা জনমৰ পাপৰ প্ৰায়শ্চিত্ত, স্নেহৰ বন্ধন—সকলো মায়া—কাৰো ক'তো বিশ্বাস নাই।

বৰ্তমানৰ কোনো অনুভূতি নাপায় সত্যব্ৰতীয়ে। বাহিৰৰ চকুদুটা খোলা থাকিও অন্ধ হৈ যায়। মনৰ স্মৃতিত ভাহি উঠে কতকালৰ আগৰ ছবিবিলাক। সকলো যেন ছায়া-ছবিৰ ছবি।

সৰুতে পিতাকৰ অপাৰ স্নেহ, মাকৰ জীয়াৰীক কামে-কাজে চতুৰ কৰি তুলিব খোজাৰ ব্যগ্ৰতা, ভাই-ভনীৰ কাজিয়া-পেচাল, খেল-ধেমালি, মৰম-প্ৰীতি সকলো মনৰ মাজত এটা এটাকৈ ছবিৰ নিচিনা জিলিকি উঠে।

অৱস্থাপন্ন পৰিয়াল। অভাৱ কি, দুখ-বেজাৰ কেনেকুৱা, সৰুৰে পৰা সত্যব্ৰতীয়ে নাজানিলে। বিয়াৰ বয়স যেতিয়া হ'ল, পিতাকে নানা যত্ন কৰি, বহুদিনৈ ধৰি, বহু প্ৰকাৰে চাই-চিন্তি সত্যব্ৰতীক যাৰ হাতত গতাই দিলে, তেওঁৰ পৰা জীৱনত এদিনালৈকো সত্যব্ৰতীয়ে অকণমানো দুখ নাপালে।

সেইবিলাক কথা সত্যব্ৰতীৰ এতিয়াও জলজল পট পটকৈ মনত আছে। বিয়াৰ সময়ত, শহুৰেকৰ ঘৰ সিমান অৱস্থাপন্ন নহয় দেখি মাকে আপত্তি কৰিছিল। চেৰ-চুবুৰীয়াই লগা-ভগাই তাৰ পিছিল সত্যব্ৰতীক সেই ঘৰত বিয়া দিবলৈ। পিতাকে কিন্তু কাৰো কথাত কাণ দিয়া নাছিল। উচ্চ বংশৰ আত্মাভিমান আছিল প্ৰচুৰ। নিজৰ বিচাৰ বুদ্ধিৰ ওপৰত আস্থা যেনেদৰে আছিল—তাৰ সুফলো পাইছিল

তেনেদৰে। কোনো দিন কোনো কাৰণতে নিজৰ বুদ্ধি বিবেচনাৰ বাবে অনুতাপ কৰিবলগীয়া হোৱা নাছিল। নিজৰ অতি আদৰৰ জীয়াৰীলৈকো তেওঁ উচ্চকুল, সদ্বংশজাত, বুদ্ধি-বিবেচনাযুক্ত, স্বাস্থ্যবান দেখনীয়াৰ ল'ৰা বিচাৰিছিল। যেতিয়া নিজৰ মনৰ জোখাৰে ল'ৰা পালে, কাৰো কোনো কথালৈ কাণ নকৰি তাতে বিয়া দিলে। তাৰ যে কি পৰিমাণে সুফল ফলিল, কি পৰিপূৰ্ণতাত সত্যব্ৰতীৰ আৰু লগে লগে ভাই-ভাগি, আত্মীয়, বন্ধুসকলোৰে জীৱন ভৰি উঠিল, তাৰ গভীৰতা সত্যব্ৰতীয়ে আজিও যেন চুকি নাপালে।

পাছ বিয়াৰ পাছত, সত্যব্ৰতীয়ে যেতিয়া আহি শহুৰেকৰ ঘৰত সোমায় তেতিয়া তেওঁ সোমাইছিল এটা সৰু চাৰিচলীয়া ঘৰৰ ভিতৰত। কেঁচা ভেটি, দ' ঠাই, গোবৰ মাটিৰে লেপা, বাঁহৰ বেৰা। চোতালত পাৰী, বোকা। বাৰীত বাঘ লুকাই থকা হাবি। কত অসুবিধা ভোগ কৰিবলগীয়া হৈছিল কাম-কাজ কৰোঁতে। বাৰীলৈ যোৱাৰ কথা মনত পৰিলেই ভয় লাগে। লগৰীয়া কৰি কত প্ৰকাৰে খাটি-খুটি নন্দেকক বা ডাঙৰ জাকক লগত লৈ যায়। গৰমৰ দিনত মনৰ হেঁপাহেৰে গা ধুব নোৱাৰে। ওচৰত নদী নাই। যি এটা খাল আছিল, তাৰো পানী তলিতে লাগি থাকে। সেইবিলাক দিন যেন এটা সপোনহে। নতুন শাহুৰী খটাৰ নানা প্ৰকাৰ অসুবিধাৰ মাজতো, গিৰিয়েকৰ গভীৰ সংস্পৰ্শৰ প্ৰভাৱত সুখত সত্যব্ৰতীৰ জীৱন ভৰি আছিল। কাজ-কামে শাহুৰীৰ সকলোকে সন্তুষ্ট ৰখাৰ প্ৰয়াসত মাজে মাজে মাকৰ ঘৰলৈ যোৱাৰ আনন্দত, নিজৰ বিষয়ে ভাল-বেয়া নানা আলোচনাৰ মাজত নিজৰ বোৱাৰী জীৱনটোৱে, সত্যব্ৰতীৰ মনত নানা ৰং সানি দিয়ে।

তাৰ পাছৰ জীৱন আৰু সুখৰ আৰু পৰিপূৰ্ণ। যথাসময়ত গিৰিয়েকে সুখ্যাতিৰে সকলো পৰীক্ষা উত্তীৰ্ণ হৈ কাম-কাজ আৰম্ভ কৰিলে। নিজৰ বিচক্ষণত গুণত দোপত্‌দোপে অলপ দিনৰ ভিতৰত তেওঁ নিজৰ অৱস্থা, ঘৰৰ অৱস্থা ঘূৰাই আনিলে। ল'ৰা-ছোৱালী হ'ল, গিৰিয়েকৰ চেনেহত, ল'ৰা-ছোৱালীৰ খলকনিত, আত্মীয় বন্ধুৰ শ্ৰদ্ধা প্ৰীতিত, সত্যব্ৰতীৰ জীৱনৰ প্ৰত্যেকটো মুহূৰ্ত ভৰি উঠিল। পৰিপূৰ্ণ ফলৰ ভৰত নম্ৰ হৈ থকা, দেখিলেই চকু জুৰ পেলোৱা শ্যামল শ্ৰীৰ গছ এজোপাৰ নিচিনা তেওঁৰো সংসাৰত মধুৰ শান্তশ্ৰী

অৱশ্যে মাজে মাজে যে বেমাৰ-আজাৰ, অসুখ-অশান্তি আদি দেখা নিদিছিল তেনে নহয়। কিন্তু জীৱনৰ উজান সোঁতৰ আগত সেই-বিলাক কুটা হেন আছিল।

স্বামীৰ গৌৰৱত গৌৰৱান্বিতা, উঠি অহা সুশীল সন্তানৰ উজ্জ্বল ভৱিষ্যতৰ সপোন, নিজৰ, ল'ৰা-ছোৱালীৰ, গিৰিয়েকৰ, ব্যক্তিত্ব-ব্যঞ্জক গহীন সুন্দৰ চেহেৰা, ঘৰে পৰে সকলোৰে শ্ৰদ্ধা মৰম, এই-বিলাকে যেন জীৱনৰ ইমান কেইটা বছৰ সুখৰ সপোন এটাৰ দৰে আচ্ছন্ন কৰি ৰাখিছিল। দুখ কি, বেজাৰ কেনেকুৱা জানিবৰ একো কাৰণেই নঘটিল।

তাৰ পাছত যেতিয়া এটাৰ পাছত এটাকৈ তেওঁ তিনিটা সন্তানকে নিয়তিৰ কৰাল গ্ৰাসত তুলি দিবলগীয়া হ'ল; সত্যৱতীয়ে যেন চক খাই সাৰ পালে। সন্তান হেৰুওৱাৰ কষ্ট অসহনীয় হ'ল। সংসাৰখন কেউপিনে ভয় ভাৱনাই আৱৰি থকা যেন লাগিল। সংসাৰত থাকিবলৈ তেওঁৰ ভয় লগা হ'ল। মনৰ শান্ত ধীৰ ভাৱ অন্তৰ হ'ল। হেৰুওৱাৰ দুখ, ভৱিষ্যতে আৰু হেৰুওৱাৰ ভয়ে তেওঁৰ মনটো ভীষণ অশান্ত কৰি তুলিলে।

কিন্তু তথাপিতো সংসাৰখন একেবাৰে শূন্য হৈ যোৱা নাছিল, আৰু সন্তান আছিল। সিহঁতৰ ভৱিষ্যত ভাবি, সিহঁতৰ মুখ চাই, তেওঁ বুকু ডাঠ কৰি আকৌ অসংযত মনক সংযত কৰিবলৈ চেষ্টা কৰিছিল। মন ভাগি গৈছিল। চেহেৰাৰ উজ্জ্বলতা ম্লান হৈ গৈছিল। মনৰ উৎসাহো মৰহি আহিছিল। কিন্তু তথাপিতো তেওঁ বাকী কেইটা সন্তানৰ প্ৰতি কৰ্তব্যৰ অকণো ত্ৰুটি হ'বলৈ দিয়া নাছিল। দুখত বুকুখন চূড়মাৰ হৈ যাব খুজিলে, তেওঁ গিৰিয়েকৰ পৰা শান্তনা লাভ কৰিছিল।

সমব্যথাৰ ব্যথী, ইজনে সিজনৰ মনৰ গভীৰ ক্ষতত সান্ত্বনাৰ প্ৰলেপ দিবৰ চেষ্টা কৰিছিল। গিৰিয়েকে নিজৰ মনৰ গভীৰ আঘাতৰ ব্যথাকো অসামান্য মনৰ বলত সামৰি লৈছিল। নানা প্ৰকাৰে চেষ্টা কৰিছিল সত্যৱতীৰ আৰু বাকীকেইটা সন্তানৰ মন পতিয়াবলৈ।

স্নেহ কোমল মন, গভীৰ অন্তৰ্দৃষ্টি শক্তি, চতুৰ, ধীৰ-গম্ভীৰ স্বভাৱ, গিৰিয়েকৰ মনৰ বলত বল পাই সত্যৱতীয়েও নিজৰ দুখ ভাগেখিনি পাতলাব পাৰিছিল। ঘৰে-বাহিৰে গিৰিয়েকৰ অসামান্য

ব্যক্তিত্বৰ প্ৰভাৱে, তেওঁৰ মনৰ শূন্যতা আকৌ পূৰাই আনিব ধৰিলে।

দুখেসুখে সত্যব্ৰতীৰ সংসাৰ আকৌ শ্ৰীমন্ত হৈ উঠিল। সংসাৰৰ সুখৰ মাজত, মাজে মাজে দুখৰ ক'লা ডাৱৰবিলাকে আহি ঢাকি পেলায়। সূৰ্য্যৰ দৰে গিৰিয়েকক চেনেহৰ ক'লা ডাৱৰ ফালি ফুটি উঠে। তেওঁ মনত আকৌ উৎসাহ পায়। জীৱনটো নিৰৰ্থক বোধ নহয়। কৰ্ত্তব্যৰ গতিক বোধ কৰিবৰ উপায় মানুহৰ নাই। তেওঁ সেইকথা উপলব্ধি কৰে মৰ্ম্মে মৰ্ম্মে। অতীতৰ দুখত মন বুৰাই ৰাখি গিৰিয়েকৰ বাকী থকা সন্তানকেইটিৰ ভৱিষ্যতৰ প্ৰতি তেওঁ আৰু অৱহেলা কৰি নাথাকে। অশান্ত ভীৰু মনক সংযত কৰি লৈ, আকৌ আগৰ দৰে কাম কাজ কৰি ফুৰে।

দিন যায়; মানে বয়সো বাঢ়ি আহে। সত্যব্ৰতীৰ চেহেৰাত, আচৰণত প্ৰৌঢ় বয়সৰ স্থিৰ, গভীৰ অনুভূতিৰ প্ৰকাশ পায়। মনৰ সকলোপ্ৰকাৰ বিকাৰকে জয় কৰিবৰ সামৰ্থ জন্মে সত্যব্ৰতীৰ। অলপ ঐকাল সিফাল হলেই ঘটনাৰ প্ৰভাৱে তেওঁৰ মনত বিশেষ ভাবান্তৰ নঘটায়। কেতিয়াবা ভাবান্তৰ ঘটিলেও বহিঃপ্ৰকাশ নহয়। ধীৰ, শান্ত, গাম্ভীৰ্য্যৰ আৱৰণে সকলো আবৰি ৰাখে। মাটিৰ বুকুত পণতাৰ ৰাপ পোৱা জীৱনৰ আনন্দৰ আৰু ব্যথাৰ সোঁৱৰণীয়ে সত্যব্ৰতীৰ মন অভিজ্ঞতাৰ গম্ভীৰ মধুৰ অনুভূতিত আপ্লুত কৰি ৰাখে।

দুখৰ মাজতো সুখ আছিল। আশা আছিল, জীৱনৰ বাকীকেইটা দিনা এনেকৈয়ে অতিবাহিত হৈ যাব। পত্নীৰ আৰু মাতৃৰ কৰ্তব্যৰ মাজেদি সদায় ফুটি উঠিছিল, স্নেহকাতৰ, প্ৰীতি অভিলাষি, অমঙ্গল আশঙ্কাত আশঙ্কাপূৰ্ণ এখন নাৰীৰ হৃদয়। প্ৰীতিৰ, স্নেহৰ, আশঙ্কাৰ ভাববিলাকে বগাবলৈ অবলম্বন পাই সংসাৰত নানা কৰ্মজালৰ সৃষ্টি কৰিছিল। উপহাৰৰ সমাবেশ, আহাৰৰ আয়োজন, অকল্যাণ দূৰৰ অৰ্থে, নানা দেৱ-দেৱী, গ্ৰহ-উপগ্ৰহৰ শান্তিৰ ব্যৱস্থা আদিয়ে, দৈনন্দিন জীৱনত বৈচিত্ৰৰ সৃষ্টি কৰিছিল। এইবিলাকৰ উপৰিও আছিল, নানা প্ৰকাৰ সামাজিকতা ৰক্ষাৰ প্ৰয়োজন। স্বভাৱতেই নাৰীৰ মন গৃহমুখী আছিল। কিন্তু গিৰিয়েকৰ ইচ্ছাতেই তেওঁ অন্তৰ্মুখী মনক বহিৰ্মুখী কৰিবলৈ চেষ্টা কৰিছিল। বাহিৰে ভিতৰে কামৰ ব্যস্ততাত,

পাৰ্যমানে ঘৰৰ পৰৰ সকলোৰে অভাৱ-অভিযোগৰ প্ৰতিকাৰ আদিৰ চেষ্টাত সত্যৱতীৰ প্ৰৌঢ় জীৱনেও, অলস, আত্মম্ভৰিতাপূৰ্ণ হ'বৰ কোনো ছলেই নাপালে।

আত্মম্ভৰিতা তেওঁৰ আজিও নাই, কোনো কালেই নাছিল। ভগৱানৰ ওচৰত যদি এতিয়াও প্ৰাৰ্থনাৰ কিবা বাকী আছে, তেওঁ সদায় প্ৰাৰ্থনা কৰিব, যেন কোনোকালে মনত অহঙ্কাৰ নোসোমায়।

কিন্তু কাম কি? কি কৰ্তব্য? কি কামৰে বা দৰকাৰ এতিয়া? কোনে আজি তেওঁক বুজাই দিব জীৱনৰ অৰ্থ কি?

যিদিনা নাৰী জীৱনৰ চৰম দুৰ্ভাগ্যই আহি তেওঁৰ বাকী জীৱনটো ক'লা কৰি পেলালে, সেই দিনাৰ পৰা তেওঁৰ মনেও সকলোপ্ৰকাৰ সাংসাৰিক চিন্তা ভাৱনাৰ পৰা অৱসৰ পালে। দেহে কিন্তু প্ৰকৃতিৰ ধৰ্ম পালন কৰিয়েই যাব ধৰিলে। কাম সকলো কৰি যায়---কৰিবই লাগিব। কিন্তু মনৰ সংযোগ একেবাৰে নাই। গতিকে কামবিলাক হৈ উঠে বোজা। জীৱনটো অৰ্থহীন। ভগৱানৰ ওপৰত আৰু কোনো বিশ্বাস নাই। কাকো মৰম চেনেহ কৰিবৰ মন নাযায়। কেনে জানে হয়তো যাকে আঁকোৱালি ধৰিব, সিয়ে আঁতৰ হৈ যাব। সংসাৰত বিশ্বাস কি? নিৰ্ভৰ ক'ত?

নিজৰ পৰিৱৰ্তন দেখি, সত্যৱতীয়ে নিজেই আচৰিত হয়। তেৱেঁই এদিন মনৰ সকলোখিনি চেনেহ প্ৰীতি দি, নিজৰ প্ৰিয়জন-সকলক আঁকোৱালি ধৰিছিল। ঈশ্বৰৰ ওপৰত আছিল অটল বিশ্বাস। গিৰিয়েকে বা ল'ৰা-ছোৱালীয়ে, কেতিয়াবা ধেমালি কৰিও দেৱ-দেৱীৰ সম্পৰ্কে অবাঞ্ছনীয় কথা ক'লে, তেওঁ সহিব নোৱাৰি-ছিল। সংসাৰৰ অমঙ্গল আশঙ্কাত, ভীৰু মনে বাৰে বাৰে ঈশ্বৰক খাটিছিল অকল্যাণ দূৰ হওক বুলি।

দুখে-সুখে, অভাৱে-অভিযোগে, শান্ত্বনাৰ, পৰামৰ্শৰ একান্ত নিৰ্ভৰৰ থল আছিল গিৰিয়েক। এজন মানুহৰ ব্যক্তিত্বৰ প্ৰভাৱে, তেওঁৰ জীৱনটো কেনেদৰে আবৃত কৰিছিল তাক দিন গৈ থাকে মানে, সত্যৱতীয়ে যেন গভীৰভাৱে অনুভৱ কৰিব ধৰিছে।

আছে এতিয়া সকলোৱেই। ধন আছে, জনো আছে। ল'ৰা-ছোৱালী বন্ধু-বান্ধৱ, কৰ্মমুখৰ দিন, সকলোৰে শ্ৰদ্ধা মৰম একোৰে ঘাটি হোৱা নাই। কিন্তু তথাপি জীৱনটো এটা পুৰাৰ

নোৱাৰা শূন্যতাৰে ভৰি গৈছে। শূন্য মনে কোনো অৱলম্বন বিচাৰি নাপায়। গীতা-ভাগৱতৰ কথা ভাবিবৰ মন নাযায়! সেইবিলাকো ভুৱা যেন লাগে। সকলো যেন কেঁচুৱা ওমলাবলৈ কোৱা, ৰংচৰেৱা, শুনিবলৈ ভাল লগা কিছুমান শব্দৰ সমষ্টি।

জগতৰ চেনেহৰ বান্ধোনে মন টানে এতিয়াও। কিন্তু তৎক্ষণত মনটো উচাপ খাই উঠে। এনে চেনেহতো ভাল নহয়। কি ঠিক কোনে কাক ভুৱা দিয়ে? চেনেহে মন টানিলেও, চেনেহ দি মনে শান্তি নাপায়।

সংসাৰত দুখ-সুখ ভোগ কৰিলে বিস্তৰ। তথাপিতো এই বুঢ়া বয়সত, সত্যব্ৰতীয়ে সংসাৰখননো কেনেকুৱা তাৰ একোকেই যেন ধৰিব নোৱাৰিলে। অৱলম্বনহীন শূন্য মনৰ ভাৱনাৰ অন্ত নপৰে। ভাবি ভাবি মূৰৰ পকিবলৈ বাকী থকা চুলিকেইডাল পকালেও, সত্যব্ৰতীয়ে যেন তিক্ত-মধুৰ অভিজ্ঞতাৰে পূৰ্ণ এই সংসাৰখন, ভাল নে বেয়া, পূৰ্ণতাৰে ভৰপূৰ নে শূন্যতাৰে অসাৰ, তাৰ একো উৱ-দিহ নাপাব!

+++

# তিনি জোপা নাৰিকল গছ

গুৱাহাটীৰ ফাঁচিবজাৰৰ মাজৰ অতি ব্যস্ত এটা ৰাস্তা। দুয়োকাষে নানা তৰহৰ দোকান। শাৰী, ব্লাউজ, মেখেলা, চাদৰ, কামিজ, পেণ্ট, সৰু সৰু ল'ৰা-ছোৱালীৰ কাপোৰ, ভাঙৰৰ কাপোৰ, জোতা, হাৱাই ছেন্দেল, ফল-মূল, খোৱা বস্তুৰ দোকান, মণিহাৰী দোকান, কত যে দোকান! সকলোবিলাকেই নিজ নিজ বেহাৰ বস্তু পাযমানে আকৰ্ষণীয় কৰি প্ৰদৰ্শন কৰাৰ প্ৰতিযোগিতাহে যেন চলাইছে।

এই দোকানবিলাকলৈ মানুহৰ সোঁত বৈ থাকে—বিশেষকৈ গধূলি সময়ত। দোকান যেনে হৰেক ৰকমৰ, সেইবিলাকলৈ অহা-যোৱা কৰা মানুহো তেনে হৰেক বিধৰ। মতা, তিৰোতা, বুঢ়া, বুঢ়ী, ল'ৰা ছোৱালী, ডেকা, গাভৰু সকলো বয়সৰ মানুহ সকলো স্তৰৰ মানুহ। গোটেই ভাৰতবৰ্ষৰে নানা জাতি, নানা ভাষা-ভাষী নানা পোছাকধাৰী মানুহ। ইয়াৰ মাজতে দুই চাৰি ভাৰতৰ বাহিৰৰ লোকো মিহলি হৈ থকা দেখা যায়। সকলোৰেই উদ্দেশ্য প্ৰায় একেই—বস্তু কিনা।

এই লোকাৰণ্যৰ মাজত অৱশ্যেই কিছু কিছু চাওঁতা, ফাঁতহ কৰোঁতা, উদ্দেশ্যহীনভাৱে পল-পলাই ফুৰোঁতাও নথকা নহয়। কিন্তু সকলোৰে চকু দুয়োকাষে থকা দোকানবিলাকৰ বস্তুবিলাকৰ ওপৰত পৰেই। কিনোঁতাৰতো পৰেই, চাওঁতাৰো পৰে। উদ্দেশ্যহীন ভাৱে ঘূৰোঁতাৰো পৰে।

এই নানা তৰহৰ দোকানবিলাকলৈ খৰিদ্দাৰো আহে নানা তৰহৰ। কিছুমান মটৰ গাড়ীত সাজি-কাচি আহি ডাঙৰ ডাঙৰ চৌখীন কাপোৰ বা আন নিজ নিজ দৰকাৰী বস্তুৰ দোকানত সোমাই, বহুপৰ ধৰি, বহু ধৰণৰ বস্তু চাই থাকে। অৱশেষত হয়তো নিচেই সামান্য কেইটামান বস্তু বা এডোখৰ দুডোখৰ কাপোৰ কিনে।

দোকানীসকল মনে মনে বিৰক্ত হয়। বহুত সময় খৰচ কৰি কৰা পৰিশ্ৰম অথলে যোৱা যেন পায়। আকৌ হয়তো কোনোবা আহি ব্যস্তভাবে কিছুমান বয়-বস্তু, কাপোৰ-কানি কিনি লৈ যায়। নাৰি-চাৰি চাই, দাম-দৰ কৰি সময় খৰচ কৰিবলৈ যেন হাতত সময় বৰ কম। টকা-পইচাৰ ভাবনাও যেন কম। কেৱল দৰকাৰী বুলি ভবা বস্তুবিলি কিনি লৈ, আকৌ যেন আন মনোৰঞ্জক আকৰ্ষণলৈ চাপৰি মেলিব লাগে।

আকৌ এচাম আছে হাতত 'বেগ' লৈ ৰিক্সা বা অটোৰিক্সাত। এই চামেও বহুত সময় ধৰি, বহুবিধ বস্তু চাই, দাম-দৰ কৰি, অৱশেষত কেৱল নিজৰ যিখিনি প্ৰয়োজনীয় বস্তু কিনিবলৈ আহিছিল, সেইখিনিহে কিনে। বাকীবিলাক এনেয়েই মনৰ লপলপনি মাৰিবলৈ চাই লয়। হাতত ধন সৰহ থকা হলে কিনি ললেহেঁতেন। কিন্তু তেনে ধন নাই। গতিকে চাই চিটিয়েই সন্তোষ। মনতে কেতিয়া-বাচৈ কিনাৰ এটা সুপ্ত আকাংক্ষা থাকি যায়।

সৰহভাগেই কিন্তু খোজ কাঢ়িয়েই আহে। দুয়োকাষে অজস্ৰ পণ্যসম্ভাৰ সজাই লৈ থকা এই ৰাস্তাটোলৈ। এই সকলৰ কিন্তু অযাবত দৌৰানে দোকানে সোমাই, বয়-বস্তু নাৰি-পিটিকি চাই খৰচ কৰিবলৈ সময় সঁচাকৈয়ে নাথাকে। ধনো নাথাকে। হয়তো বহু দৰৰ পৰা ল'ৰাই তিৰোতাই আহি এঠাইত বাছৰ পৰা নামি, ফাঁচিবজাৰলৈ প্ৰয়োজন অনুসৰি মানুহবে পাছকে বজাৰ কৰিবলৈ আহে। আকৌ সময়মতে বাছ ধৰি ঘৰলৈ উভতিব লাগিব। ল'ৰা-ছোৱালীক খুৱাব-বুৱাব লাগিব। ৰান্ধিব বাঢ়িব লাগিব। ইপিনে মনত ইচ্ছা থাকিলেও খৰচ কৰিবলৈ ধনো নাই, সময়ো নাই। কিন্তু তথাপিও এই সকলেও দোকানে দোকানে বস্তু চাই কিছু ঘূৰিবলৈ বাধ্য হয়েই। কাৰণ ধনে মনে কেনোমতেই মিল খুৱাব নোৱাৰে। শেষত যেন পৰিশ্ৰান্ত হৈয়েই কোনোবা এখন দোকানৰ পৰা অনেক দৰ-দাম কৰি, নিম্নতম দামত পোৱা লাগতিয়াল বস্তুবেইটা কিনি পেলায়।

চামে চামে মানুহ, চামে চামে দোকান, চামে চামে পণ্য-সম্ভাৰ। নিজ নিজ প্ৰয়োজন আৰু জেপৰ ওজন বুজিহে মানুহবিলাকে এই দোকানবিলাকৰ ভিতৰ সোমায়। লাইটে, ফেনে, চকী-মেজে মূল্যবান

আকৰ্ষণীয় পণ্যদ্ৰব্যৰে ভৰি থকা, ফিট্‌ফাট পোছাক পিন্ধি থকা দোকানৰ বিক্ৰেতাসকলৰ সৈতে নতুনকৈ পোৱা আভিজাত্যৰ গৰত চকুত ছাটি লগাকৈ সজাই-পৰাই থোৱা দোকানবিলাকলৈ সৰ্বসাধাৰণে সোমাবলৈ সাহেই নকৰে। আন কাৰণে নহ'লেও জেপত ধনৰ লেখলৈ চায়েই। এইসকলে, বাস্তৱ ইদি গৈ থাকোতে মৰ ধুৰাই ঘুৰাই দোকানবিলাক চাই চাই যায়। কিন্তু জেপগধুৰসকলৰ অনেকে এই দোকানবিলাকলৈ সোমায়ো, দুই-চাৰি বস্তুৰ দাম-দৰ বহিৰেই ক্ষান্ত হৈ ওলাই আহে। যিসকলে সঁচাকৈয়ে কিনিবলৈ যায়, সেইসকলে জেপৰ ধনৰ কথা চিন্তা কৰিব নালাগে। মাত্ৰ মনৰ জোখাৰে বস্তু পালেই চলে।

দোকানীসকলেও প্ৰত্যেকচাম মানুহকে চকু ফুৰায়েই চিনি পায়। যিসকলে তেওঁলোকৰ বস্তু কিনিব পাৰে বুলি তেওঁলোকে বুজি পায় সেইসকলক আথে-বেথে বহিবলৈ টুল, চকী দিয়ে। পাণ, চিগাৰেট খুৱায়। কষ্টত আৰু সময় খৰচ কৰি তৰহে তৰহ বয়-বস্তু, কাপোৰ কানি দেখুৱাবলৈও বিৰক্তি প্ৰকাশ নকৰে।

এনেকুৱা এখন জকমকীয়াকৈ সজাই থোৱা দোকানৰ সমুখতে মই এদিন এখন গাড়ীৰ ভিতৰত বহি থাকিবলগীয়া হৈছিল বেচ কিছুপৰ। গাড়ীৰ আন আন আৰোহীসকলে দোকানে বজাৰে কিনা-কুটা কৰি ফুৰিছে। মোৰ নিজৰ কোনো কিনা-কুটাৰ দৰকাৰ নাছিল। দোকানে বজাৰে ঘূৰি ফুৰাৰো ইচ্ছা নাছিল। সেই বাবে মই গাড়ীত বহি থকাকে মন কৰিলো। বাকী সকলোও দুই এবাৰ লগত যাবলৈ কৈ মই গাড়ীত বহি থকাকে সমৰ্থন কৰিলে। ভালেই হ'ল। গাড়ী ৰখীয়াও থাকিল। আজিকালিৰ দিনত টায়াৰ এটাত কেনোবা দুষ্ট ল'ৰাই ৰং চাবলৈ বুলি গজাল এটা সুমাই দিলেই হ'ল আৰু। গতিকে মই দোকানখনৰ আগত গাড়ীৰ ভিতৰতে বহি থাকিলো।

দিনটো গৰম নাছিল। আগবেলা এজাক বৰষুণ হৈ গৈছিল। গতিকে গধূলি ঠাণ্ডা পৰিছিল। গাড়ীৰ ভিতৰতো গৰম লগা নাছিল। মুখ আন্ধাৰ লাগি আহিছিল। বাহিৰৰ ৰাস্তা আৰু দোকানবিলাকৰ লাইটৰ পোহৰত প্ৰায় অন্ধকাৰ হৈ থকা গাড়ীৰ ভিতৰত বহি থকা মোক মানুহে বিশেষ মন কৰি নাচালে দেখা পোৱাৰ উপায় নাছিল।

গতিকে মই আৰামত পিচিপনৰ চিটত হাত-ভৰি তুলি লৈ বহি বাহিৰৰ দোকান-পোহাৰ, জনস্ৰোত চাই উপভোগ কৰি আছিলো। এনেকৈ গাড়ীৰ ভিতৰত বহি বাহিৰৰ ব্যস্ততা চাই থাকিবলৈ মোৰ ভাল লাগে। সময় কেনি যায় লেখ নাথাকে।

এইদৰে চাই থাকোতে মোৰ চকুত পৰিল, মই যিখন দোকানৰ আগত, গাড়ীৰ ভিতৰত বহি আছিলো, সেইখন দোকানৰ সমুখৰ পিনৰ দেৱালত লেপেট খাই লাগি থকা তিনিজোপা নাৰিকল গছ। ভালকৈ নাচালে সেই কেইজোপা নাৰিকল গছ বুলি ধৰিব নোৱাৰি। পকা দেৱালৰ গাত সাজি থোৱা তিনিটা বিবৰ্ণ হৈ যোৱা পকা খুটা যেনহে লাগে।

গছ কেইজোপাৰ গুৰিৰে কেইটাত অনেক ৰকমৰ বিজ্ঞাপনৰ কাগজ মাৰি থোৱা আছে। কাৰোবাক কাৰোবাৰ ভোট দিবলৈ বুলি অনুৰোধ কৰি দিয়া জাননীও চকুত পৰিল। গুৰিকেইটাৰ এহাতমান ওপৰৰ পৰা পাঁচ-ছয় হাত ওপৰলৈকে এনেবিলাক বিজ্ঞাপনৰ নানা বৰণীয়া কাগজেৰে ভৰি। কিছুমানৰ বং চং উঠি গৈছে। কিছুমান ফালি ছিৰি গৈছে। কিছুমান লগোৱা বেছিদিন হোৱা নাই যেন লাগে।

গাড়ীৰ ভিতৰৰ পৰা খিৰিকীয়েদি অলপ মূৰ উলিয়াই ওপৰলৈ চাই পঠালো—গছ কেইজোপা জীয়াই আছে নে নাই চাবলৈ বুলি। দোকান ঘৰটো দুই মহলীয়া আছিল। ঘৰটোৰ 'ছাট'খনৰ কিনাৰত গা লগাই গছ কেইজোপা ঘৰটোতকৈ প্ৰায় এক ডেৰগুণমান ওখ হৈ ওপৰলৈ উঠি গৈছে। দুজোপা গছত চিৰিলা চিৰিলি দি কেইটামানকৈ পাত পধূলিৰ বতাহত লৰি চৰি আছিল। লৰিচৰিহে আছিল— বতাহৰ বাও পায়ো অধীৰ চঞ্চল হ'ব পৰা নাছিল। পাত কেইটাতো নাৰিকলৰ পাতত থকা সতেজ সেউজী চিক্‌মিকনিৰ অভাৱ। এই নিৰ্জীৱ নিস্তেজ অৱস্থাতো দুজোপা গছত ডাঙৰ সৰু নাৰিকলৰ থোপা দুটামান ওলমি আছিল। ফলবিলাক যেন অপুষ্ট, পয়াহগা। তৃতীয় জোপা গছৰ মূৰৰ পৰা দুটা নে তিনিটা মান আধামৰা লেৰেলা পাত তললৈ হালি পৰি আছে। সেইজোপা গছ হয়তো মৰিয়েই গৈছে বা মৰো মৰো অৱস্থাত আছে।

ফাঁচিবজাৰৰ ব্যস্ত ৰাস্তা এটাৰ কাষত, গাড়ীৰ ভিতৰত বহি বহি অলস অবসৰ বিনোদন কৰাৰ লগে লগে মই আন্দাজ কৰিবৰ

চেষ্টা কৰিলো, এই নাৰিকল গছ তিনিজোপাৰ কিমান বয়স হ'ব পাৰে? নাৰিকল গছৰ বয়স কেনেকৈ গণে বাৰু? গা-গছৰ খাজে খাজে পৰা সাচবিলাক গণি গণি নেকি? তেনেকৈ খাজ কাটি কাটি ওপৰলৈ উঠি যোৱা গছ কেইডালত কমেও চাৰিকুৰি কি এশমানলৈ খাজ হ'ব। দুমহলীয়া ঘৰতকৈও ওখ নাৰিকল গছকেইডালৰ কিমান বয়স বাৰু?

মই অনুমান কৰিবলৈ চেষ্টা কৰিলো কোনে কেতিয়া এই নাৰিকল গছকেইডাল ৰুইছিল। নিশ্চয় ফাঁচিবজাৰৰ নিচেই চালুকীয়া অৱস্থাত কোনোবা গৃহস্থই ঘৰৰ সমুখত এই নাৰিকল গছ কেইজোপা ৰুইছিল। পতি আতি কৰি ৰাখিছিল। সেইঘৰৰ গৃহস্থ কোন আছিল বাৰু? অসমীয়া নে মাৰোৱাৰী নে বঙালী নে বিহাৰী?

যিয়েই নহওক, এই নাৰিকল গছ তিনিজোপা যিয়েই নোপোতক, সেই সময়ৰ পৰা আজিৰ গুৱাহাটীৰ ৰূপ একেবাৰে বেলেগ। এই নাৰিকল গছ তিনিজোপা ৰোৱাৰ সময়ত হয়তো ব্যস্ত ফাঁচিবজাৰৰ মাজৰ এই অতিব্যস্ত ৰাস্তাটো সৰু লুংলুঙীয়া বাট এটাহে আছিল। এই নাৰিকল গছ কেইজোপাই হয়তো কোনোবা এজন ব্যৱসায় আকাঙ্ক্ষী লোকৰ ঘৰৰ আগচোতালত শোভা কৰি আছিল। ঘৰৰ ল'ৰা-ছোৱালীয়ে বতৰত ডাব, নাৰিকল, নাৰিকলৰ লাৰু ইত্যাদি এই গছ কেইজোপাৰ পৰাই পাইছিল।

নাৰিকলৰ শুকান পাতৰ শিহবিলাক উলিয়াই কতশত ডাল বাঢ়নী তৈয়াৰ হৈছিল। নাৰিকলৰ বুঢ়া পাতৰে হয়তো সেই গৃহস্থ ঘৰৰ পাছচোতালত কেইখন আৰণি বেৰা দিয়া কাম চলিছিল। কিমান টৌ কিজানি ধান উহুৱা হৈছিল। নাৰিকলৰ বাকলিৰে কিমান দানী ধুনা জ্বলোৱা হৈছিল, সকামে নিকামে কিমান ডাঙৰ ডাঙৰ টৌ, কেৰাহী মজা হৈছিল। বাচন ধোৱা, গা ধোৱা ঠাইখিনিৰ কিমান শেলুৱৈ গুচাইছিল এই নাৰিকল কেইজোপাৰ ফলৰ বাকলিৰে? তেতিয়া নাৰিকলৰ বাকলিৰ ব্যৱসায়িক মূল্য মানুহে সিমান নাজানিছিল। জানিলে হয়তো মাৰোৱাৰী গৰাকী হ'লে নিশ্চয় সেইবিলাক বিক্ৰী কৰি লাভৱান হ'বলৈ নেৰিলেহেঁতেন।

কিমান বছৰৰ, কিমান পৰিবৰ্তনৰ সাক্ষী এই তিনিজোপা নাৰিকল গছ।

কোনেও এই কেইজোপা নাৰিকল গছ মন নকৰে। মন কৰিবলৈ সময় নাই, আৱশ্যক নাই আৰু উপায়ো নাই। কাৰণ জকমকীয়া বজাৰৰ মাজৰ অতি ব্যস্ত ৰাস্তাৰ দাঁতিত থকা, জিকমিকীয়া দোকান এখনৰ পকা দেৱালৰ গাত, পুৰণা খুটা যেন হৈ লাগি থকা এই নাৰিকল গছ কেইজোপা হঠাতে গছ বুলি চিনাই টান। নাৰিকল গছেই নেকি, তাৰ সন্দেহ ল'বলৈ ওপৰলৈ চোৱাৰো মানুহৰ সময় নাই। ভাবেই নহয়। কাৰণ গাড়ী, ৰিক্সা, ঠেলাগাড়ী, মানুহৰ হেচা ইত্যাদিৰ পৰা নিজক বচাই দোকান পোৱাৰ চাই যাওঁতে কাৰো চকু এই অতি বৃদ্ধ নাৰিকল গছ কেইজোপাৰ ওপৰত পৰাৰ উপায় নাথাকে, আৱশ্যকো নাথাকে।

এইদৰে এই তিনিজোপা নাৰিকল গছ আৰু কিমান বছৰ ফাঁচিবজাৰৰ এই ব্যস্ত ৰাস্তাটোৰ একাষে থিয় দি কালৰ গতিৰ সাক্ষী হৈ থাকিব পাৰিব নাজানো। কিন্তু এইটো জানো যে এতিয়াও এই কেইজোপা গছৰ ফলৰ সোৱাদ দোকান ঘৰৰ মালিকে নিশ্চয় পাই থাকে। গছ কেইজোপা নমৰালৈকে পাই থাকিব। তাৰ পাছত হয়তো মালিকে অনাৱশ্যক ভাবি গছ কেইজোপা কাটি পেলাব।

হয়তো কোনোবা 'ওভাৰ ব্ৰিজ'ৰ তলত সংসাৰ পতা মগনীয়াই, কাটি পেলাই দিয়া গছৰ টুকুৰাকেইটা খৰি কৰিবলে গোটাই লৈ যাব।

গছ তিনিজোপাৰ সুদীঘ জীৱনৰ 'জীৱসেৱা'ৰ চৰম পৰিণতি ঘটিব সেইদিনা। +++

# এডাল মমবাতিৰ আত্মকাহিনী

সুন্দৰ এটা খোটালীত মই আছিলোঁ। মই থকা ঘৰটো আছিল এটা বোৰ্ডিং ঘৰ। এজন উঠি অহা ডেকাৰ কোঠা এটাত এখন সৰু মেজৰ ওপৰত মোৰ থকা ঠাই আছিল।

এদিন গধূলি সময়ত ডেকাজনে মোক ওচৰৰ এখন দোকানৰ পৰা কিনি লৈ আহিল। মই দেখিলোঁ এটা বৰ ডাঙৰো নহয় সৰুও নহয় মজলীয়া কোঠা। দুৱাৰ-খিৰিকী কেইখনত নীলা পৰ্দা, পশ্চিম পিনৰ বেৰখনৰ ওচৰত এখন এজনীয়া বিচনা। বিচনাখনো এখন নীলা ৰঙৰ কাপোৰ দি ঢাকি থোৱা। দক্ষিণ পিনে মূৰ শিতানৰ ফালে দুখন খিৰিকী। এখন খিৰিকী ঠিক বিচনাখনৰ মূৰশিতানৰ ওচৰতে এখন অলপ আঁতৰত। বিচনাখনৰ পৰা দূৰত থকা খিৰিকীখনৰ ওচৰত এখন মেজ---তাতো ওপৰত এখন নীলা কাপোৰ পৰা। মেজৰ ওপৰত এখন সৰু দাপোন এডাল চুলি চোচা বুৰুজ, এখন ফণী আৰু দুই চাৰিবিধ তেল, স্নো, চাবোন ইত্যাদি থোৱা আছে। এপিনে এটা চকচকীয়া সৰু টেমাত খুৰ আৰু তাৰ লগৰ বুৰুজ' আৰু চাবোনৰ টেমা। মেজখনৰ ওচৰত এখন সৰু চকী। বিচনাখনৰ ওচৰত ভৰি শিতানৰ পিনে তিনিটা বাকচ। এটা চামৰাৰ অকণমান বাকচ, এটা তাতকৈ তিনিগুণমান ডাঙৰ আৰু এটা টিনৰ ডাঙৰ ট্ৰাঙ্ক।

এইবাৰ মই থকা ঠাই ডোখৰৰ কথা কওঁ। বিচনাখনৰ নিচেই ওচৰতে এখন অকমান মেজত, এডাল ধুনীয়া পিতলৰ 'মমদানি' আছিল মোৰ থকা ঠাই। মোৰ ওচৰতে এটা দিয়াচলাই, দুখন এখন ডাঙৰ সৰু কিতাপ, আৰু এটা গিলাচেৰে ঢাকি থোৱা পানীৰ বটল। ঠিক মই থকা মেজখনৰ বিপৰীতে পূব পিনে বেৰ-খনৰ গাত লগাই থোৱা আৰু এখন ডাঙৰ মেজ আছিল। এইখন মেজৰ ওপৰত ঢেৰ কিতাপ, কাগজ, চিয়াঁহী, পেনচিল এইবিলাক দেখিছিলোঁ। ইমানবিলাক ডাঙৰ ডাঙৰ কিতাপ দেখি মোৰ মনটো

বৰ ভাল লাগিছিল। যি হওক, মোক নিতান্ত এজন যেই সেই মানুহে কিনি অনা নাই। মোৰ গৰাকী দস্তুৰমতে ডাঙৰ শিক্ষিত ভদ্ৰলোক। মেজখনৰ ওপৰত দেশৰ দুই এজন ডাঙৰ বিখ্যাত লোকৰ ছবি আৰু শ্ৰীকৃষ্ণৰ এখন সৰু ছবিও দেখিলোঁ। আনকি এটা সৰু ফুলদানিত কেইটামান কিবাকিবি ফুলো আছিল। এনে সুৰুচি-যুক্ত, সুন্দৰ শিক্ষিত কলেজীয়া ডেকা এজনক গৰাকী পালে কাৰনো বাৰু মনত ভাল নালাগিব?

মোক যেতিয়া প্ৰথমবাৰ দোকানীৰ হাতৰ পৰা তেওঁ নিজৰ হাতত লয় তেতিয়া সেই গৰম সুন্দৰ স্পৰ্শটোৱে মোৰ গাত পুলকৰ শিহৰণ বোৱাই দিছিল। মমদানীটোত লগাই থৈ দিলে। তাৰ পিচত দেখিলোঁ তেওঁ কাপোৰ-কানি সলাই কান্ধত গামোচাখন আৰু ভৰিত এযোৰ খৰম পিন্ধি ওলাই গ'ল। প্ৰায় এঘন্টামান পিচত ভৰিহাত ধুই আহি ফণীখন লৈ নিতান্ত অৱহেলাৰ ভাৱে কেইবাৰমান মূৰৰ চুলি কেইডালৰ ওপৰত চলাই আকৌ থৈ দিলে।

এইবাৰ দেখিলোঁ কেঠাটোৰ দুৱাৰখন মাৰি লৈ তেওঁ সেই শকত শকত কিতাপবিলাক মেলি লৈ মেজখনৰ ওচৰত বহি কিবা-কিবি খচ্‌খচাই লেখি যাব ধৰিলে। তেওঁৰ গভীৰ মনোযোগী মূৰ্তিটো মোৰ মনত বৰ বিতোপন লাগিল। দীঘল বলিষ্ঠ দেহা, উজ্বল মিঠা বৰণ। কেকোঁৰা ঘন চুলিবিলাক অলপ আগতে চুটি থোৱা কাৰণে সুবিন্যস্ত, চিক্‌চিকিয়াই আছে। তেওঁৰ বুদ্ধিদীপ্ত, সামান্য ৰঙচুৱা চকুদুটা কিতাপ কাগজৰ ওপৰত গভীৰভাৱে ন্যস্ত। কি সুন্দৰ, ধ্যানমগ্ন পুৰুষমূৰ্তি। এনে এজন ডেকাৰ কামত মই লাগিম—মোৰ দেহ-মন তিল্‌তিলকৈ বিলাই দিম—ইয়াতকৈ আৰু আনন্দৰ, গৌৰৱৰ কথা কি থাকিব পাৰে!

কিছু সময় গভীৰ মনোযোগেৰে পঢ়াৰ পিছত এটা ঘন্টা বজোৱা শুনি উঠি গ'ল। এইবাৰ বাহিৰৰ পৰা আহোঁতে তেওঁৰ বহুতো পলম হ'ল। ইমান সময় তেওঁ নহাত কোঠাটো মোৰ বৰ নিৰ্জন অসাৰ লাগি আছিল।

যি হওক, তেওঁ আহি পালে। মোৰ মনত ভাব হ'ল যেন তেওঁৰ কোঠালীটোত একেলগে শত সহস্ৰ পদুম ফুলি উঠিল।

সময়েই অলপ বিৰক্তিৰ সুৰত কোৱা শুনিলোঁ— ‘মিছামিছি ইমান সময় গ’ল। ভাত খাওঁতে কথা পাতোতে ১০ বাজি গ’ল। পঢ়িমনো কিমান আৰু? ইপিনে পৰীক্ষা অহিছেই।” মই এতিয়া ভালকৈ বুজিলোঁ মোক কি প্ৰয়োজনত অনা হৈছে। বাতি বোধ-কৰোঁ বেছি সময়লৈ লাইট জ্বলাই থোৱা নিয়ম নাই; ইপিনে পৰীক্ষা আহিছে। গতিকে বাতি পঢ়িবলৈ মোৰ দৰকাৰ হ’ব। এনে এগৰাকী জ্ঞানপিপাসু, প্ৰতি মুহূৰ্তে তেওঁৰ বিদ্যা আৰাধনাৰ সহায়কাৰী হ’ম। মেজখনৰ পৰা দুখন শকত শকত কিতাপ হাতত লৈ আহি, ওচৰতে থকা দিয়াচলাইটোৰ পৰা কাঠি এডাল উলিয়াই লৈ তেওঁ মোক জ্বলাই দিলে। মোৰ কষ্ট হৈছিল, লগতেই সহাত এটা গৌৰৱ অনুভৱ কৰিছিলোঁ। কিন্তু তথাপিতো মোৰ একো গাত লগা নাছিল। মোক জ্বলাবলৈ ধৰোঁতে তেওঁৰ হাতৰ ক্ষণিক মৃদু স্পৰ্শত মোৰ জ্বলি থকা দেহাতো চন্দনৰ শীতল প্ৰলেপ দিয়া যেন লাগিছিল।

তেওঁ মোক জ্বলাই লৈ কোঠাটোৰ লাইটটো নুমাই দি আহি বিচনাত পৰিল। বিচনাত হাতভৰি মেলি দীঘল দি পৰাৰ লগে লগে তেওঁ এটা আৰামসূচক সৰু ‘আঃ’ শব্দ কৰিলে। তাৰ পাছত ওচৰৰ মেজখনৰ পৰা কিতাপ এখন তুলি লৈ আকৌ পঢ়িবলৈ ধৰিলে। এইবাৰ তেওঁৰ পঢ়াৰ সহায় মই। লাইট নুমাই দিছে। তাৰ তীক্ষ্ণ পোহৰত মই তেওঁৰ মুখখন যিমান স্পষ্টকৈ দেখিছিলোঁ, এতিয়া আৰু সিমান স্পষ্টকৈ গাৰ, মুখৰ প্ৰত্যেকটো ৰেখা নেদেখা হলোঁ। মোৰ ক্ষুদ্ৰ শক্তিৰ ক্ষুদ্ৰ টিমিক-টামাক, হালধীয়া পোহৰত মাত্ৰ তেওঁৰ মুখখন আঁচ আঁচকৈ দেখিছিলোঁ। কেউপিনে আন্ধাৰৰ মাজত তেওঁৰ মুখত মোৰ মৃদু পোহৰ পৰি মুখখন বৰ কোমল, গম্ভীৰ দেখাইছিল।

গভীৰ মনোযোগেৰে তেওঁ পঢ়ি আছে। কিমান সময় যে হৈছে মই ক’ব নোৱাৰোঁ। অকণ অকণকৈ জ্বলি জ্বলি মোৰ গাটো প্ৰায় আধা শেষ হৈ গ’ল। ইমান সময় পুৰি পুৰি মোৰ টান, চেঁচা দেহাটো, প্ৰিয়জনৰ ওচৰত কুমাৰী ছোৱালীৰ কোমল উত্তপ্ত দেহৰ দৰে হৈ উঠিছিল। একেবাহে পঢ়ি পঢ়ি আমনি লাগিলে, তেওঁ মোৰ গাৰ পৰা, গলি পৰা অংশবিলাক মাজে মাজে, লাহে লাহে গুচাই দিওঁতে মোৰ

মনত ভাব হৈছিল যেন, প্ৰিয়তমৰ আদৰ মৰমাত গলি গলি মই নিঃশেষ হৈ যাম। মোৰ দেহ মন সকলো তেওঁৰ হকে আহুতি দিম।

দোভাগ ৰাতি ক'ৰবাত টং টংকৈ দুটা কোব মাৰিলে। মোৰ গৰাকীয়ে দীঘল এটা হামি কাঢ়ি, এঙামুৰি দি হাতৰ কিতাপখন মূৰ শিতানত থলে। তাৰ পাছত সোঁ হাতখনেদি মোৰ জ্বলি থকা শিখাটো এটা কিচ মাৰি নুমাই দিলে। তেওঁৰ হাতৰ গতিত বোৱা চেঁচা মৃদু বা ছাটি পাই মোৰ গোটেই শৰীৰ শীতল হৈ গ'ল। তাৰ পিচত তেওঁ ঘূৰি বেৰৰ পিনলৈ মুখ কৰি শোৱা যেন গম পালো। অলপ সময়ৰ পাছত গভীৰ টোপনিত পৰা মানুহৰ দীঘল উশাহ-নিশাহ শুনিব পালোঁ।

পিচদিনা ৰাতিপুৱা, বাহিৰত ৰদ ভৰি পৰিছে। মুখত ৰদ পৰি তেওঁ সাৰ পাই বিচনাত উঠি বহিল। অলপ সময় ইকাতি-সিকাতি কৰি, গাৰ এলাহ ভাঙি তেওঁ ওলাই গ'ল। যাওঁতে হাতত দাঁত ঘঁহা বুৰুজপাত, আৰু কান্ধত গামোচাখন পেলাই লৈ গ'ল।

মুখ-হাত ধুই, চাহ-ভাত খাই উঠি তেওঁ আকৌ পঢ়াত লাগিল। দিনটো আৰু তেওঁ মোৰ ওপৰত বেছি চকু নিদিলে। তেওঁ নিজৰ কাম কৰিবলৈ ধৰিলে। মইহে দিনটো তেওঁ কোনো কামত কৌতূহল ভৰা মন লৈ নীৰৱে চাই যাবলৈ ধৰিলোঁ। তেওঁ কিন্তু মোৰ অস্তিত্বকে পাহৰি থোৱা যেন লাগিল। মনে মনে মোৰ বেজাৰ লাগিল। নিস্তব্ধ ৰাতিৰ গভীৰ আন্ধাৰত মই আছিলোঁ তেওঁৰ সংগী। কৰ্মমুখৰ দিনৰ পোহৰত মই কোনো নহওঁ। মোৰ নিজক বৰ অৱহেলিত, অনাদৃত যেন ভাব হ'ল।

লাহে লাহে দিনৰ প্ৰখৰ পোহৰ ম্লান হৈ আহিব ধৰিলে। পৃথিৱীৰ বুকুলৈ আন্ধাৰৰ ক'লা ওৰণিচোকা মুখখন নামি আহিল। লগে লগে মোৰ মনৰ ওপৰৰ ক'লা কাঁপোৰখন খহি পৰিল। নীৰৱ ৰাতিৰ ক'লা আন্ধাৰৰ মাজত আকৌ তেওঁ আৰু মই। দুয়ো দুটা ভাৱত নিমগ্ন। মোৰ গৰাকী তেওঁৰ গভীৰ পাঠত—মই মোৰ নিজৰ আত্ম-বিভোলতাত।

আজিও তেওঁ আগদিনা ৰাতিৰ দৰেই মোক জ্বলাই লৈ পঢ়িব ধৰিলে। আজিও পঢ়ি থাকোঁতে থাকোঁতে য বিম [illegible]

তাৰ হিচাপ নাই। মোৰ ক্ষয় হৈ আহি থকা শৰীৰটো গলি গলি প্ৰায় মমদানীটোৰ গাত লাগি গৈছে। মই খুব ভালকৈ অনুভৱ কৰিব পাৰিলো, মোৰ শেষ হ'বলৈ বেছি পৰ নাই। [illegible] মনত [illegible] দুখ লাগিল। ইমান সুন্দৰ জীৱন! এই দুটা পাহি! এই ঘৰ! এই গৰাকী! এইবিলাকৰ পৰা মই চকুৰ আঁতৰ হৈ যাম! কালিলৈ হয়তো মোৰ ঠাইত আন এডাল নতুন মম আহি জ্বলিব।

হঠাৎ গাত এছাটি মৃদু বতাহ লাগিল। বুজিলো যে তেওঁ টোপনি যোৱাৰ আগতে যোৱা ৰাতিৰ নিচিনাকৈ মোৰ গাৰ জ্বলি থকা জুইকুৰা নুমাই দিব খুজিছিল। কিন্তু মোৰ গাৰ জুই নুনুমাল। তেওঁ [illegible]-কৰোঁ টোপনিৰ জালত ক'বই নোৱাৰিলে। জ্বলি জ্বলি মই শেষ হৈ আহিলোঁ। যিমান সময় শক্তি আছিল—মোৰ গোটেইখিনি [illegible] দি মই মোৰ গৰাকীৰ চাই ৰ'লো। মোৰ ক্ষীণ [illegible] টিমি টিমি থকা পোহৰত তেওঁৰ শান্ত, গম্ভীৰ মুখখন দেখি মোৰ বৰ ভাল লাগিল। মনত বৰ গৌৰৱ অনুভৱ কৰিলোঁ। মই তিলতিলকৈ মোৰ দেহৰ সকলো শক্তি নিঃশেষ কৰি জ্বলাই দিব পাৰিলো তেওঁৰ ওচৰত। মোৰ কোনো দুখ নাই, কোনো অতৃপ্তি নাই। পৃথিৱীৰ পৰা বিলীন হৈ যোৱাৰ শেষ মুহূৰ্তলৈকে মই তেওঁক দেখি আছো। তেওঁৰ গম্ভীৰ, কোমল মুখৰ ছবি মোৰ বুকুৰ ভিতৰত জ্বলি আছে। ইয়াতকৈ আৰু মই কি বিচাৰিব পাৰো। [illegible], [illegible] [illegible] হ'বা। মই তিলতিলকৈ কৰা আত্মসমৰ্পণ যেন সফল হয়। যি মহৎ কামত মই তেওঁৰ দুৰাতিৰ সংগী, সহায় হ'ব পাৰি নিজক ধন্য মানি ল'লো, সেই কৰ্মত যেন তেওঁ কৃতকাৰ্য হয়।

ভগৱান, তোমাক ধন্যবাদ। মোৰ শত সহস্ৰ প্ৰণাম তোমাৰ উদ্দেশ্যে। মোৰ অসাৰ দেহা সাৰ্থক হ'ল।

উঃ! বুকুৰ ভিতৰখন কেনেকৈ কঁপি উঠিল! গাটো মোৰ বাই-জাই কৰিব ধৰিলে। কেইমুহূৰ্তমান পিছত, মোৰ গাৰ টিকিকি চিগিকি জ্বলি থকা শিখাটো ছিপছিপকৈ উঠা যেন গম পালোঁ - নিমিষতে সংসাৰখন ক'লা আন্ধাৰ হৈ পৰিল! +++

# ধনকুবেৰ

পগলাদিয়া নদীৰ পাৰৰ সৰু এখন গাঁও। মানুহ দুনুহ বেছি নাই। নদীৰ অসতৰ্ক উৎপাতত অস্থিৰ হৈ বেছিভাগ মানুহেই সাতপুৰুষৰ ভেটিৰ মোহ এৰি আন ঠাইলৈ উঠি যাবলৈ বাধ্য হৈছিল। যি পোন্ধৰ কুৰি ঘৰ মানুহ আছিল, তেওঁলোকৰ হয় আৰু এখন নতুন গৃহস্থালী পাতিবলৈ অৰ্থৰ অভাৱ, বা পিতৃপুৰুষৰ নানা দৈনন্দিন ঘটনাৰ লীলাভূমি ভেটিটোলৈ অলপ অতিৰিক্তভাৱেই মোহ আছিল।

এই গাঁৱতেই ধনকুবেৰৰ ঘৰ। নতুন গৃহস্থালী পাতিবলৈ তেওঁৰ অৱশ্যে ধনৰ অভাৱ নাছিল, আনকি সাতপুৰুষীয়া ভেটিৰ মোহেও যে তেওঁক আঁকোৱালি ধৰি ৰাখিছিল, এনেও নহয়। কিন্তু এটা কথা থিৰাংকৈ সকলোৱে জানিছিল, আৰু সেইটোৱেই হৈছে তেওঁ এই গাঁও এৰি নোযোৱাৰ প্ৰধান আৰু সঠিক কাৰণ। ভিন গাঁৱলৈ উঠি গৈ তাত আৰু নতুন ঘৰ-বাৰী পাতি তেওঁ অনৰ্থক অৰ্থ নষ্ট কৰাৰ একো কাৰণ নেদেখিলে, আৰু বছৰে বছৰে পাগলাদিয়াৰ অশেষ উৎপাত সহ্য কৰিও তাতেই থাকি গ'ল। গাঁৱৰে দুটামান মানুহ লগাই পানীৰ উৎপাত ৰোধ কৰিবলৈ তেওঁ যিমান পাৰে অলপ ধনতে সৰহ কাম কৰাই ললে। বাকী সামান্য যি অসুবিধা থাকিল সেইখিনি তেওঁ আবালত দেখি অহা পাগলী নদীৰ খন্তেকীয়া খেয়াল বুলি মানি ললে।

ধনকুবেৰৰ আচল নাম আছিল অনন্তৰাম দত্ত; কিন্তু গাঁৱৰ মানুহে মাতিছিল ধনকুবেৰ বুলি। অৱশ্যে তেওঁৰ সমুখত কোনেও সেই নামৰ ব্যৱহাৰ কৰিবলৈ সাহ নকৰিছিল। কাৰণ তেওঁ আছিল মানুহৰ আশ্ৰয়ৰ থল। বিয়াই-সবাহে, টানে-নিদানে সকলোৱে ধনকুবেৰৰ ওচৰলৈ সাহায্য বিচাৰি যায়। আৰু তেৱোঁ বিনা-বাক্যব্যয়ে যিমান টকাৰ দৰকাৰ, এটা এটাকৈ গণি লোহাৰ বাকচৰ পৰা উলিয়াই দিয়ে। অৱশ্যে লগে লগে এখন লেখাপঢ়াও কৰি লয়---টকা ওভোতাই দিয়াৰ নিৰ্দিষ্ট সময় দি আৰু টকাই প্ৰতি

চাৰি বছৰহে তেওঁ প্ৰত্যেক মাহে বিশ টকাকৈ দিব—তাৰ বেছি এদিনো নিদিয়ে বা এটা পইচাও বেছি দিব নোৱাৰে। ইয়াৰে যদি দুলালে গুৱাহাটীত থাকি পঢ়িবলৈ মান্তি হয়, তেনেহ'লে সি যাব পাৰে।

নিতান্ত উপায়হীন হৈ দুলাল সেই ব্যৱস্থাতে মান্তি হ'ল আৰু আতাকে দিয়া কুৰি টকাৰ বাহিৰে যি টকাৰ দৰকাৰ, সেইখিনি নিজৰ চেষ্টাতে যোগাৰ কৰি ল'বৰ মন কৰি এদিন গুৱাহাটী বুলি যাত্ৰা কৰিলে।

দুলাল গাঁৱৰ পৰা চহৰলৈ এই প্ৰথম আহিল। গতিকে প্ৰথমতে কিছুদিন আন আন ল'ৰাবিলাকৰ ঠাট্টা মস্কৰা সহ্য কৰি থাকিব লগিছিল। কেইমাহমান পাছতে দুলাল সাজেপাৰে এজন ছটফটীয়া কালেজীয়া ডেকা হৈ উঠিল। সাজ-পাৰলৈ মন দিলেও দুলাল পঢ়া-শুনাত বেয়া নাছিল। কাৰণ সি অতি কঠোৰভাবেই জানিছিল যে চাৰি বছৰৰ ভিতৰত বি এ পাছ কৰিব নোৱাৰিলে আতাকে তাক আৰু এপইচাও নিদিয়ে আৰু লগে লগে গুৱাহাটীৰ কলেজত পঢ়ি, আৰু বালি নদীৰ পাৰত মানুহৰ বেহৰূপ চাই হাৱা খাই ফুৰাৰো অন্ত পৰিব।

গুৱাহাটীলৈ আহি দুলালে আই এ নপঢ়ি আই এছ ছি পঢ়িবৰ মন কৰিলে। কেইমাহমানৰ পাছত মাহেকীয়া পৰীক্ষাবিলাকৰ ফল ভালযেন পাই, তাতেই লাগি থাকিল।

চাৰি বছৰৰ মূৰত দুলালে প্ৰথম শ্ৰেণীত বি এছ ছি পাছ কৰিলে। ঘৰত তেওঁৰ বিয়াৰ কাৰণ মাক, পিতাক, আতাক সকলোৱেই ব্যস্ত হৈ পৰিল। দুলালৰ কিন্তু মন কিবা এটা 'টেক্‌নিকেল্ লাইন'ত বিচক্ষণ হৈ অহাৰ, আৰু তাৰ পাছত এটা কাৰবাৰ খোলাৰ। ইফালে বিয়াৰ বন্দবস্ত হ'ব ধৰিলে। দুলালে গতি বিষম দেখিলে। কাৰণ তেওঁ ভালকৈয়ে জানিছিল যে বিয়া কৰাই লৈ ঘৰত বহিলে, নিজৰ মনৰ আশা-ভৰষা সকলো জলাঞ্জলি দিব লাগিব। তেওঁ কেৱল উপায় বিচাৰিব ধৰিলে কেনেকৈ অলপ টকা যোগাৰ কৰা যায়। টকা যোগাৰ যে কিমান দুৰূহ ব্যাপাৰ সেইটোও ভালকৈয়ে জানে, কাৰণ লোহাৰ পেৰাৰ চাবি সদায় আতাকৰ কঁকালত এডাল ক'লা ৰছীৰে বান্ধি থোৱা থাকে। বুঢ়াৰ সন্তান অৱস্থাত কাৰ সাধ্য তাৰ-পৰা চাবি আনি বাকচ খোলে? ভৰ দুপৰীয়া শুবৰ সময়তো

বুঢ়াই ভালকৈ দুৱাৰ ঘৰ বন্ধ কৰি লৈহে শোৱে। ৰাতিৰতো কথাই নাই।

যি হওক—ভগবানে বোধহয় দুলালৰ এনে মনৰ ব্যাকুলতা দেখি এটা উপায় কৰি দিলে। এদিন দুপৰীয়া ভাতপানী খাই, ধনকুবেৰে দুলালক নিজৰ কোঠালৈ মাতি নিলে। নাতিয়েকৰ লগত বুঢ়াই, বিচনাত পৰি পৰি বহুতো কথা পাতিব ধৰিলে। তাৰ কলেজত পঢ়াৰ কথা, নিজৰ গৃহস্থালীৰ কথা ইত্যাদি। কথা বাঢ়িবাঢ়ি গৈ বুঢ়াৰ নিজৰ ডেকা কালৰ কথা ওলাল। তেওঁ নাতিয়েকক ক'ব ধৰিলে, কিমান দুখ কৰি এই ধন আৰ্জিছে। আৰু সেই কাৰণেহে প্ৰতিটো পইচাতে নিজৰ গাৰ এটোপা তেজ শোৱা হেন লাগে। নাতিয়েকক নানা উপদেশ দিলে, অনাহকত এটা পইচাও ব্যয় নকৰিবলৈ। এই পইচাক লৈয়ে, ডেকাকালত তেওঁৰ আৰু ঘৈণীয়েকৰ কিমান দুখ কষ্ট গৈছে। একোদিন এসাজ খাইও থাকিবলগীয়া হৈছিল। তাৰ পাছত, কত চেষ্টা, কত কষ্ট কৰি তেওঁ লাহে লাহে এপইচা দুপইচাকৈ এই ধন গোটাইছে। দুলালৰ পিতাক তেতিয়া কেঁচুৱা।

কওঁতে কওঁতে বুঢ়াৰ মুখৰ কঠুৱা ৰেখাবিলাক কোমল হৈ আহিল। এটা দীঘল হুমুনিয়াহ পেলাই, তেওঁ বাগৰ সলাই শুলে। কিছু সময় দুয়ো নিমাত হৈ থাকিল। দুলালে ভাবিছিল, ডেকা কালৰ কথা মনত পৰি, আতাকৰ মনত ভাল-বেয়া, সুখ-দুখৰ নানা কথা আহি আবৰি ধৰিছে, আৰু সেই কাৰণেই বোধকৰোঁ নিমাতে আছে। আতাকেনো কি কৰিছে, এবাৰ চাবলৈ বুলি, অলপ হালি চাই দেখে যে, বুঢ়াই নিজৰ কথা ভাবি ভাবি সেইপিনে টোপনি গৈছে।

দুলালৰ বুকুখন চিপ্‌চিপাব ধৰিলে। এয়েই সুন্দৰ সুযোগ। এনেকুৱা সুযোগ আৰু ঘপকৰে মিলা টান। বিয়ালৈও বেছি দিন নাই। তেওঁৰ মন নেধেৰমোধোৰ লাগিল। কামটো ভাল হ'বনে? চুৰ কৰি টকা নিব? মানুহে শুনিলে নিন্দা কৰিব, বিশ্বাসঘাতক বুলিব। কিন্তু নাই, মানুহে কি বুলিব নুবুলিব ভাবি এনেকুৱা সুযোগ এৰিব নোৱাৰি। আতাকৰ অতি যত্নেৰে ৰখা লোহাৰ পেৰাটোৰ পৰা পইচা নিনিলে তেওঁৰ মনৰ আশা পূৰ হোৱাৰ আৰু অন্য উপায় নাই। নিবই লাগিব, ভাবনা চিন্তা কৰি থাকিলে নহ'ব।

দুলালে লাহে লাহে, কঁপা হাতেৰে বুঢ়াৰ কঁকালৰ পৰা চাবিপাত খুলি আনিলে। সামান্য এটা শব্দ কৰাৰ ভয়ত, অতি সাবধানে, বাকচটো মেলি, জেপত দহখন এশটকীয়া নোট আৰু কিছুমান ভঙনীয়া লৈ লৰালৰিকৈ ঘৰৰ বাহিৰলৈ ওলাই আহিল। এবাৰ ঘূৰি পিচলৈ চাবৰো সাহ নহ'ল। একেকোবে আহি কলিকতালৈ টিকট কাটি ৰেলত উঠিল। ৰেলখন যেতিয়া যাব ধৰিলে, তেতিয়াহে বুকুৰ টিপ্‌টিপনি অলপ কমিল।

ইফালে অলপ পিচত ধনকুবেৰে সাৰ পাই দেখে, তেওঁ অতি সাবধানে ৰখা লোহাৰ পেৰাটোৰ তলাটো মাটিত পৰি আছে। কঁকালত হাত ফুৰাই চায়, তাত চাবি নাই। খং বেজাৰত তেওঁ স্তব্ধ হৈ ৰ'ল। অলপ সময় যোৱাত, যেতিয়া মনৰ চঞ্চলতা কমিল, বাকচটো খুলি চাই দেখে তাৰপৰা এহেজাৰ টকাৰ নোট আৰু খুচুৰা টকা শিকি কিছুমান নাই। খঙত তেওঁৰ চকুৰেদি পানী পৰিব ধৰিলে। কোঠাটোৰ পৰা ফোঁপাই জোঁপাই ওলাই আহি, দুলালৰ বিচাৰ ললে। ঘৰৰ কতো দুলালক নাপাই, গাঁৱত বিচাৰিব ধৰিলে। ক'তো দুলালৰ চিন্ নাই। ঘৰৰ সকলোৱে বুজিবলৈ বাকী নৰল এইটো কাৰ কাম। ধনকুবেৰে খঙত ইফালে সিফালে দমদমাই, গালি-শপনি পাৰি ফুৰিব ধৰিলে। দুলালৰ মাক বাপেকৰ চিন্তা লাগিল, বিয়াৰ এই দুদিনমান আগতে ল'ৰাটো গ'ল কলৈ, কি হ'ব? ভাবি চিন্তি সকলোৰে ভাতপানী নোহোৱা হ'ল। দুলালৰ পিতাকে কলিকতালৈ টিকট কাটি ৰেলত উঠিল। তেওঁ ভালকৈ জানিছিল যে ইমান টকা লৈ দুলাল নিশ্চয় অসমত থকা নাই।

কিন্তু কলিকতাত গৈও তেওঁ, দুলালৰ কোনো সন্ধান নাপালে। দুলালে তেতিয়া বম্বে নগৰৰ বন্দৰত জাহাজত উঠিবৰ কাৰবাৰ কৰিছে।

কেইমাহমান পিচত, ধনকুবেৰৰ ঘৰলৈ এখন চিঠি আহিল। খামৰ ওপৰত বিলাতী টিকট লগোৱা। বুঢ়াই লৰালৰিকৈ চিঠিখন খুলিলে। দুলালে তাত সকলো কথা স্বীকাৰ কৰি, আতাক আৰু মাক বাপেকৰ ক্ষমা খুজিছে। আৰু লেখিছে যে, তেওঁ তাত টেনিকলৰ বিষয়ে পঢ়িবলৈহে গৈছে। ইচ্ছা দেশত গৈ ঘুঁহিয়াৰ খেতি

কৰি চেনিৰ কল বহুৱাব। তেওঁ লৈ যোৱা টকাখিনি বাটৰ খৰচ আৰু কলেজত নাম লগোৱা আদিতে খৰচ হৈছে। গতিকে সোনকালে আৰু পাঁচশমান টকা পঠাব লাগে। নহ'লে তেওঁৰ থাকোতে বৰ অসুবিধা হ'ব। জাৰ চাই উপযুক্ত কাপোৰকানিও নাই।

চিঠিখন পাই, বুঢ়াৰ খঙত চুলিৰ আগলৈকে শিৰশিবাই গ'ল। খৰমৰ খট্‌খট্‌ শব্দ কৰি, ভিতৰলৈ আহি, ৰান্ধনীঘৰত ভাত ৰান্ধি থকা বোৱাৰীয়েকৰ গালৈ চিঠিখন দলি মাৰি দি ক'লে, "তোমাৰ গুণধৰ পুত্ৰৰ কাণ্ড চোৱা। ইঃ—টকা দে বুলিলেই টকা পায়। বদমাচ, চুৰ কৰি পেৰা ভাঙি টকা নিছে, মই আৰু তাক টকা দিমনে?"

দুলালৰ মাকে লৰালৰিকৈ চিঠিখন পঢ়ি শুনোৱাৰ লগে লগে, তেওঁৰ চকুদুটা চলচলীয়া হৈ উঠিল। শহুৰেকক টকা পঠিওৱাবৰ কাৰণে গিৰিয়েকক ক'ব ক'লে। দুলালৰ পিতাকৰো বেয়া লাগিছিল। বয়স প্ৰায় আধাহীয়া হ'লহি তেওঁ, বাপেকে তেওঁক বিশ্বাস কৰি টকা পইচাৰ ভাৰ দিব নোৱাৰে। আজি পুতেকৰ হৈ তেওঁ এই বয়সত বাপেকক টকা খোজে কেনেকৈ? সিও যদি পুতেক ভালকৈ গঢ়হেঁতেন, তেওঁ এক কথা আছিল। কিন্তু সি গৈছে বুঢ়াৰ পেৰা ভাঙি, টকা চুৰ কৰি লৈ। বুঢ়াৰ তাৰ ওপৰত খং মাৰ যোৱা নাই। তাতে এই চিঠিখন পোৱাত, জ্বলা জুইত যে কিমান ঘিউ পৰিছে, সেইটো তেওঁ ভালকৈয়ে জানিছিল। তথাপিও তেওঁ পুতেকৰ হৈ বুঢ়াক বহুতো বুজাই বঢ়াই ক'লে। পাঁচশ নহলে, দুশমান হলেও পঠাই দিবলৈ বৰকৈ ধৰিলে। কিন্তু বুঢ়াৰ মন নুকুমলিল। মুখৰ কঠুৱা ৰেখাবিলাক আৰু কঠুৱা হৈ উঠিল। মুখেৰে হাঁ বা না এটা কথাও নামাতিলে। দুলালৰ বাপেক মাক নিৰুপায় হৈ বহি থাকিলে।

ইফালে দুলালে সদায় ভাবে, আজি নহ'লে কালি টকা আহিবই। পাঁচশ নহ'লেও এশ, দুশ কিবা এটা আহিব। এইদৰে, বিদেশত তেওঁৰ কিমান অভাব, আতাকে সেইটোও বুজা নাইনে? কিমানে যি নহওক, আতাক তেওঁৰ ওপৰত ইমান নিৰ্মম হ'ব নোৱাৰে। এনেকৈ সদায় আশা কৰে, ৰাতি হ'লে চিন্তাক্লিষ্ট মন লৈ বিচনাত পৰে। নিজৰ সাপ্তাহিক প্ৰাপ্য ঠিকমতে নোপোৱা হোৱাত, 'জেণ্ডু লেডী'য়েও ভালকৈ খোৱা বোৱা নিদিয়া হ'ল। পুৰণা বয়-বস্তুবিলাক

দিয়ে, কেতিয়াবা একো নাথাকেই। কলেজৰ পৰা আহি দুখে-ভাগৰে দুলাল লাহকাল দি বিচনাত শুই পৰে।

দুমাহমান পিচত, কলেজৰ পৰাও 'নটিছ' দিলে যে আৰু ফিজ নিদিয়াকৈ থাকিলে তেওঁৰ নাম কটা যাব। ভাবি চিন্তি দুলাল বলিয়াৰ দৰে হ'ল। মনৰ ইমান আশা ভৰষা সকলো নষ্ট হ'ল। ইমান কষ্টকৈ চৰ কৰা দুৰ্নাম লৈও তেওঁ যি আশাত আহি এই দূৰ বিদেশ পাইছেহি সেই আশা পূৰ হোৱাৰ একেই সম্ভাৱনা নাই। ঘৰৰ মানুহে কিন্তু তেওঁৰ এনে বিপদতো নিমাত হৈ আছে। মাকৰ কথা মনত পৰি, দুলালৰ চকুদুটা চলচলীয়া হৈ উঠিল। ভাবনাই চিন্তাই দুলাল শুকাই খীণাই যাব ধৰিলে। দিনে ৰাতি 'লেণ্ড লেডী'ৰ খেচখেচনি শুনি শুনি মনটোও তিতা হৈ উঠিছে। এদিনা ৰাতিপুৱাই গাত কোটটো লৈ কলেজলৈ বুলি ওলাই গ'ল। ৰাতিপুৱা চহৰ আশা আজিকালি তেওঁ বাদেই দিছে। দুপৰীয়াৰ সাজ যে পায়, সেয়েই যথেষ্ট। কলেজ পাই দেখে 'ৰেজেষ্টৰী বুক'ৰ পৰা তেওঁৰ নাম কটা গৈছে। লাজ আৰু দুখত তেওঁৰ শুকান মুখখন ক'লা পৰি গ'ল। গোটেই দিনটো বাটত ঘূৰি ফুৰি, সন্ধ্যা সময়ত ঘৰলৈ আহিল। গধূলি পেটৰ ভোকত ৰ'ব নোৱাৰি ঘৰলৈ আহিছিল। কিন্তু ঘৰৰ ভিতৰ সোমোৱাৰ লগে লগেই 'লেণ্ড্ লেডী'জনী খেদি আহিল, "পইচা দিবৰ নাম নাই—যেই সেই সময়তে খোৱাটো হ'লে লাগে। এই কাৰণে সন্ধ্যা হ'ই তেওঁলৈ খোৱা লৈ বহি আছোঁ নহয়। নহবৰ ল'ৰা ওলাইছে।" কথাৰ লগে লগে টেবিলৰ ওপৰত চপ্ কৰি কিছুমান সস্তীয়া মাংস সিজোৱা আৰু দুটা আলু সিজোৱা থৈ দিলে। ৰাতিপুৱাৰ পৰাই মনটো তিতা হৈ আছিল। ঘৰ সোমাওঁতে নোসোমাওঁতেই 'লেণ্ড লেডী'ৰ এনে চোকা চোকা বথাই দুলালৰ পেটৰ ভোক-পিয়াহ নোহোৱা কৰি দিলে। মূৰটো ৰিম্‌ৰিমাই উঠিল। কেনেমতে চলংচপংকৈ তেওঁ নিজৰ কোঠাটোত সোমাই দুৱাৰ বন্ধ কৰি দিলে। এই অসময়ত, অনুগ্ৰহ কৰি দিয়া খোৱা বস্তুখিনি ওপতে এৰি থৈ যোৱাৰ কাৰণে 'লেণ্ড্ লেডী'ৰ বাক্যবাণ আৰু চোকা হৈ উঠিল।

পিচদিনা ৰাতিপুৱা বহুত সময়লৈকে দুলালৰ ঘৰৰ দুৱাৰ নোখোলা দেখি 'লেণ্ড লেডী'ৰ মনত অলপ দয়া হ'ল। 'বেচেৰা, আত্মীয়

স্বজন বা কিমান দূৰত—সি হয়তো অকলে অকলে উকাৰ অভাৱত পৰিছে। কালি মই বৰ কঠোৰ ব্যৱহাৰ কৰিলোঁ; ইমানখিনি নকৰিলেও হ'লহেঁতেন। ৰাতিপুৱাৰ পৰা খোৱাবোৱা নাই। গধূলি দুখ ভাগৰে খাম বুলি আহিছিল। মোৰ কথাত চাগে বৰ বেজাৰ পাইছে—সেয়েহে লাজতে দুৱাৰ খুলিব পৰা নাই। ইফালে যে কলেজৰ সময় হৈ গ'ল বপুৰাৰ খবৰেই নাই।" হাজাৰ হওক, তিৰোতা মানুহ। নিজৰ ল'ৰা-ছোৱালী আছে—মাজে মাজে মনটো কুমলি যায়। তেওঁ দুলালৰ দুৱাৰত কেবাবাৰো টুকুৰীয়াই একো সাৰসুৰ নাপাই, দুৱাৰখন ঠেলি দিলে। কিৰিক্ কৰে শব্দ এটা কৰি দুৱাৰখন মেল খাই গ'ল। 'লেণ্ড লেডী'য়ে দেখিলে ঘৰটো খালী। টেবিলৰ ওপৰত এখন চিঠি পৰি আছে। তেওঁ লৰালৰিকৈ চিঠিখন তুলি লৈ পঢ়িব ধৰিলে। চিঠিখন পঢ়া শেষ হোৱাৰ লগে লগে 'লেণ্ড লেডী'ৰ মুখৰ পৰা ভয়াতুৰ চিঞৰ ওলাল। চিঞৰ শুনি ঘৰৰ সকলো মানুহবিলাক সেইকেঠাটোলৈ দৌৰি সোমাই আহিল। 'লেণ্ড লেডী'য়ে চিঠিখনলৈ আঙুলিয়াই দিলে। ভয় আৰু দুখত তেওঁ ইমান বিবুদ্ধি হৈ গৈছিল যে মুখেৰে একো মাতিব নোৱাৰিলে; সকলোবিলাক মানুহে চিঠিখনৰ ওপৰত জুম হৈ পৰি পঢ়িব ধৰিলে। দুলালে লেখিছে যে সি আত্মহত্যা কৰিলে। তাৰ যি বস্তুবাহানি থাকিল 'লেণ্ড লেডী'য়ে যেন সেইবিলাককে তাৰ থকা খোৱাৰ দাম হিচাপে লয় আৰু তাক যেন ক্ষমা কৰে। সকলোৱে ইটো সিটোৰ মুখ চোৱাচুই কৰিব ধৰিলে, যেন কথাটো ভালকৈ বুজিব পৰা নাই। কিছু সময় পাছত ঘৰৰ গৃহস্থজন ওলাই গ'ল পুলিচক খবৰ দিবলৈ। এতিয়াহে সকলোৰে মুখত কথা ওলাল—দুলালৰ এনেকৈ আত্মহত্যা কৰাৰ নানা কাৰণ অকাৰণ বিচাৰ কৰিব ধৰিলে। 'লেণ্ড লেডী'ৰো ভয়ৰ মাত্ৰা কমাত দুলালৰ প্ৰতি হোৱা যৎকিঞ্চিৎ অনুকম্পাখিনি নোহোৱা হৈ তাৰ প্ৰতি নানা গালি শপনি পাৰি বিলাপ কৰিব ধৰিলে। পুলিচৰ পৰা বা আকৌ কি দিগদাৰি সহিবলগীয়া হয়! তাৰ উপৰিও এনেকৈ দুই এটা স্কুল-কলেজীয়া ল'ৰা ঘৰত ৰাখিয়েই একৰকম সিহঁতৰ সংসাৰখন চলে। এতিয়া দুলালৰ এই কাৰ্য্যৰ পৰা মানুহে ভাবিব তাইৰহে কিবা দুৰ্ব্যৱহাৰত আঘাত পাই ল'ৰাটোৱে আত্মহত্যা কৰিলে, কত যে বদনাম ওলাব? আৰু এনে এটা দুৰ্ঘটনাৰ পাছত

কোন ল'ৰানো তাটৰ ঘৰত থাকিবলৈ আহিব? হয় হয়---ত টক কিহে পাইছিল এনে আপদীয়া ল'ৰা এটাক ৰাখিবলৈ।

যি হওক—দুলালৰ 'নোট বুক'ৰ পৰা ঠিকনা লৈ তেওঁলোকে তাৰ ঘৰলৈ খবৰ দিলে। ঘৰত হাহাকাৰ লাগি পৰিল। মাক বলিয়াৰ দৰে হ'ল। বুঢ়া কুবেৰৰ মন অনুশোচনাই ভৰি পৰিল। ঘৰখন ভূতৰ ৰাজ্য যেন হ'ল। কাৰো কতো মাতবোল নাই--- নিজৰ নিজৰ কোঠাত সকলো পৰি থাকে, খকা খোৱাৰ হিচাপ নাই। মাজে সময়ে দুই চাৰিজন ওচৰ চুবুৰীয়া আহি মাত কথা দি যায়, সান্ত্বনা কথা দুই চাৰিটা কয়। মনক আকৌ প্ৰবোধ দিবৰো চেষ্টা কৰে, হয়তো সি মৰা নাই, মানুহে মৰো বুলি মৰিব পাৰেনে? 'লেডী'য়ে বিজনি ভুল খবৰ দিছে---আকৌ হয়তো চিঠি আহিব। এনেবিলাক কথা শুনিলে মাক বাপেকহঁতৰ মনত নানা আশাৰ একোটা ক্ষীণ ৰেখা দেখা দিয়ে। আকৌ আত্ম-হত্যাৰ কথা মনত পৰিলে হাহাকাৰ কৰি কান্দি উঠে।

এনেকৈ এবছৰমান গ'ল। দুলালৰ কোনো খবৰ বাতৰি নাই। গাঁৱৰ মানুহে দুলালে আত্মহত্যা কৰা খবৰ পোৱাৰ তিনি মাহমান পাছতো আৰু কোনো নতুন খবৰ বাতৰি নাপাই---সি মৰাটোৱেই ঠিক বুলি ধনকুবেৰক তাৰ শ্ৰাদ্ধ আদি কৰিবলৈ নানা উপদেশ দিছিল। কিন্তু বুঢ়াৰ তথাপি সত নগ'ল নাতিয়েকৰ শ্ৰাদ্ধৰ আয়োজন কৰিবলৈ। মানুহে ক'লে কয়, "চাওঁচোন আৰু কিছুমান দিন। সকলো ভগৱানৰ ইচ্ছা।" ভগৱানৰ যে কি ইচ্ছা গাঁৱৰ মানুহে একো বুজি নাপালে। সকলোৱে ভাবিলে বুঢ়াৰ ধনৰ মায়া নাতিয়েক মৰাতো যোৱা নাই। টকা খৰচ হ'ব বুলিয়েই শ্ৰাদ্ধটোও কৰিব পৰা নাই। শ্ৰাদ্ধ নকৰিলে নাতিয়েকৰ আত্মাৰ যে মুক্তি নাই, সেইটো হ'লে বুঢ়াই গম ধৰিব পৰা নাই। পাছতহে পাব ঢেঁকা। আত্মহত্যা কৰা মানুহে এনেই মুক্তি নাপায়, ভূত হৈ থাকে। ইয়াৰতো শ্ৰাদ্ধও কৰা নাই। এই মহাপাপৰ ফল ভোগ কৰিবই লাগিব। এইবিলাক কথা ধনকুবেৰহঁতৰ কাণতো পৰে। দুলালৰ মাক বাপেকৰ মনত দুখ লাগে। ধনকুবেৰে নিমাতে সকলো শুনি যায়। কাকো একো নকয়। আগৰ নিচিনা সদায় লোহাৰ পেৰা খুলি টকা পইচাৰ হিচাপো নকৰে, কত এটা পইচা অনাহতক বেছি খৰচ গ'ল তাৰ

কাৰণেও পুতেক বোৱাৰীয়েকক গালিশপনি নাপাৰে। ...তেওঁৰ সৰু, নিস্তেজ চকুযোৰা আৰু গাতলৈ ... ...উঠখন অলপ বেছিকৈ কুঁজা হৈ যাব ধৰে।

প্ৰায় দুবছৰ তিনিবছৰ এনেকৈ গ'ল। দুলালৰ শ্ৰাদ্ধ এতিয়াও কৰা হোৱা নাই। গাঁৱৰ মানুহ দুনুহে ধনকুবেৰৰ ঘৰলৈ অহা প্ৰায় বন্ধই কৰিছে। দুলালৰ সম্পৰ্কে বহুতে বহুত কথা উলিয়াইছে। সি ভূত হৈ ধনকুবেৰৰ ঘৰলৈ আহিছে, ৰাতি নানা উৎপাত কৰে। মাতাক তাৰ শ্ৰাদ্ধ কৰিবলৈ খেচ্‌খেচাই থাকে, তথাপি বুঢ়াই ধন ভগনৰ ভাতে শ্ৰাদ্ধ কৰিব পৰা নাই। এইবিলাক কথা শুনি শুনি সঁচাকৈ বহুতৰ মনত ধাৰণা হৈ গ'ল যে দুলালৰ প্ৰেতাত্মাই মুক্তি নাপাই সদায় ৰাতি ধনকুবেৰৰ ঘৰলৈ আহি নানা উৎপাত কৰে। অনাকি দুলালৰ মাকৰ মনতো মাজেমাজে সন্দেহ হ'ব ধৰিলে।

এনেতে এদিন ৰাতি কিবা এটা শব্দ শুনি সাৰ পাই ধনকুবেৰে কাণ পাতি শুনে লোহাৰ পেৰাটোৰ পৰা এটা শব্দ আহিছে। আৰু ভালকৈ শুনিবৰ মনেৰে তেওঁ বিচনাত উঠি বহিল। এটা সৰু খুট্ খুট্ শব্দ। কোনোবাই যেন তলা ভাঙিবৰ চেষ্টা কৰিছে। বুঢ়াই মূৰ শিতানৰ পৰা খেপিয়াই খেপিয়াই দিয়াচলাইটো জ্বলাই চলে, কতো একো নাই। দিয়াচলাইৰ কাঠিটো নুমুৱাৰ লগে লগে আকৌ সেই শব্দ। অশান্তিত বুঢ়াৰ ৰাতি আৰু টোপনি নাহিল। সৰু কেৰাচিন তেলৰ চাকিটো জ্বলাই বিচনাৰ ওপৰতে বহি থাকিল।

পিচদিনা ৰাতিপুৱা বাকচটোৰ গাত প্ৰকাণ্ড তলাটো ঠিকভাবে লাগি থকা দেখি বুঢ়াৰ মনটো পাতল লাগিল। গামোছাখন কান্ধত পেলাই লৈ গা ধুবলৈ বুলি বাহিৰলৈ ওলাই গ'ল। ৰাতি কিন্তু আকৌ সেই শব্দ—সেই ৰাতিও ধনকুবেৰৰ টোপনি নাহিল। এনেকৈ দুদিনমান ৰাতিৰাতি সেই খুট্‌খুট্ খচ্‌খচ্ শব্দ শুনি শুনি ধন-কুবেৰৰো মনত ধাৰণা হ'ল যে নিশ্চয় দুলালৰে প্ৰেতাত্মাই তেওঁৰ ওপৰত প্ৰতিশোধ ল'বলৈ লোহাৰ পেৰাটো খুলিবৰ চেষ্টা কৰে। মনে মনে বুঢ়াৰ বৰ দুখ আৰু অশান্তি লাগিল। ভাবিচিন্তি তেওঁ দুলালৰ শ্ৰাদ্ধকে কৰা ঠিক কৰিলে। লগতে বৃষোৎসৰ্গও কৰিবলৈ মন কৰিলে।

ধনকুবেৰে শ্ৰাদ্ধ আৰু বৃষোৎসৰ্গ দুয়োটা একেলগে কৰিব

ওলোৱা দেখি গাঁৱৰ মানুহৰ দৃঢ় বিশ্বাস হ'ল যে ভূতৰ উৎপাত সহ্য কৰিব নোৱাৰিহে বুঢ়াই ইমান খৰচ কৰিব ওলাইছে।

শ্ৰাদ্ধৰ যোগাৰ হ'ব ধৰিলে। আগকালে প্ৰকাণ্ড বেভা দি বৃষোৎসৰ্গৰ আয়োজন হ'ল। ঘৰৰ সকলোৰেই মনৰ বেজাৰত মৰা যেন হৈ থাকিল। তথাপি দিন গৈ গৈ শ্ৰাদ্ধৰ দিন আহিল। দহ বাৰজন বামুণে শ্ৰাদ্ধৰ দিহা কৰিব ধৰিলে। গাঁৱৰ মানুহৰ কিছুমান আহিল। কিছুমানে অশ্ৰদ্ধাত আৰু কিছুমানে ডেকা ল'ৰাৰ সকাম বুলিও নাহিল।

শ্ৰাদ্ধৰ কাম আগবাঢ়িব ধৰিলে। বামুণে ঘৰৰ সকলোকে পৰাশিত আদি কৰাই উঠিছে। এনেতে, গুৱাহাটীলৈ কিবা কামত যোৱা গাঁৱৰে ল'ৰা এটা হেঁপাইফোঁপাই আহি ধনকুবেৰৰ চোতালত উপস্থিত হ'লহি। সি যে বৰ উধাতু খাই দৌৰি আহিছে, তাক দেখিলেই বুজিব পাৰি। সকলোৱে তাক এনেকৈ অহাৰ কাৰণ সুধিলে। সি কোনোমতে ফোঁপাই জোপাই উত্তৰ দিলে, "দুলাল— দুলাল মৰা নাই। আহিছে, মই তেওঁক—বেলৰ পৰা নমা দেখিছোঁ। সঁচাকৈ মোৰ ভুল হোৱা নাই। দেখিয়েই দৌৰি আহিছোঁ।" কথা শুনি তাত থকা মানুহবিলাকৰ মাজত এটা চঞ্চলতা উপস্থিত হ'ল। ধনকুবেৰৰ ঘৰৰ ভিতৰলৈও খবৰটো গ'ল। দুলালৰ মাকে খবৰ শুনি মূৰ্চ্ছা গ'ল। বাপেক আৰু আতাকে ইটোৱে সিটোৰ মুখলৈ অৰ্থহীনভাৱে লোৱাচুই কৰি বাহিৰলৈ ওলাই আহিল।

কেইমিনিটমান পাছত সঁচাকৈয়ে হাতত এটা 'চুটকেচ' লৈ দুলাল আহি চোতালত থিয় দিলে। সকলোবিলাক মানুহৰ চকুৱে-মুখে একেলগে বিস্ময়, আনন্দ, ভয় আৰু সন্দেহৰ নানা ভাব খেলাই গ'ল। কাৰো মুখত এষাৰ কথাও নোলাল। দুলালে আহি আতাক আৰু পিতাকক সেৱা কৰি, তাত থকা পূজনীয়বিলাকক একোটা সেৱা কৰিলে। প্ৰথমে দুলালেই সুধিলে, "এইবোৰ' কি হৈছে? আজি কিবা পাতিছে নেকি?" কোনেও একো উত্তৰ নিদিলে, কেৱল সকলোৱে মুখৰ পৰা একোটা সন্দেহ দূৰ হোৱাৰ, স্বস্তিৰ হুমুনিয়াহ ওলাই গ'ল। মুখলৈ পানী আহিল—যি হওক—কোনেও সপোন দেখা নাই—বা ভূতো দেখা নাই। সঁচাকৈ দুলালেই আহিল তেনে-হ'লে। পুৰোহিত এজনে দুলালৰ কথাৰ উত্তৰ দিবলৈ গৈ "এৰা বাপা,

আমি তোমাৰ—বুলিছিলোঁ হে---” এনেতে ধনকুবেৰে হাউহাউ কৰি কান্দি দুলালক সাবটি ধৰিলে। ইফালে ঘৰৰ ভিতৰৰ পৰা মাকে লাজমান এৰি, আউলী-বাউলী হৈ লৰি আহি দুলালৰ মূৰটি ধৰিলে। দুলালৰো চকুমুখ চলচলীয়া হৈ উঠিল। খবৰ পাই সঁজৰ মতা তিৰোতা, ল'ৰা-ছোৱালী আহি ধনকুবেৰৰ চোতাল ভৰি পৰিল। যা হওক, কিছু সময় পাছত সকলো স্থিৰ হ'ল। তিৰোতা মানুহ কেইগৰাকীমানে দুলালৰ মাকক ভিতৰলৈ লৈ গ'ল। দুলালেও ভিতৰলৈ গৈ গা-মূৰ ধুই, বামুণসকলৰ উপদেশ মতে পৰাচিত হৈ, অলপ জা-জলপান খাই সুস্থিৰ হৈ বহিল।

*　　　*　　　*

বিলাতত যেতিয়া ঘৰৰ পৰা টকা পাব পাব বুলি আশা কৰি থাকিও বহুদিনলৈ টকা নাপালে, তেতিয়া দুলালৰ মনত বৰ দুখ লাগিল—খঙো উঠিল। ইপিনে 'লেণ্ড্ লেডী'য়ে খোৱা-লোৱা হেঁয়াকে দিয়া হ'ল—কেতিয়াবা নিদিয়েই। নানা কথা শুনাই অপমান কৰে। কিছুদিনৰ পাছত কলেজৰ পৰাও নাম কটা গ'ল। লাজ, অপমান আৰু দুখ বেজাৰত তেওঁ একো স্থিৰ কৰিব নোৱাৰি, আত্মহত্যা কৰিলে বুলি 'লেণ্ড্ লেডী'লৈ এখন চিঠি লেখি থৈ, ঘৰৰ পৰা ওলাই গ'ল। কিন্তু খং-বেজাৰৰ প্ৰথম হেঁচা কমি যোৱাৰ লগে লগে আত্মহত্যা কৰিবলৈ সাহো নোহোৱা হ'ল। 'লেণ্ড্ লেডী'ৰ ঘৰলৈও উভতিবৰ উপায় নাই। কাৰণ এই কাণ্ডৰ পাছত নিশ্চয় 'লেণ্ড লেডী'য়ে তেওঁক মৰমতে আঁকোৱালি নলৈছেহেঁতেন।

বিদেশত একো উপায় বিচাৰি উলিয়াব নোৱাৰি, তেওঁ বাটে বাটে ঘূৰি ফুৰিব ধৰিলে। এনেকৈ ঘূৰি ফুৰোঁতে সন্ধ্যা সময়ত এজন ভাৰতীয় ল'ৰা লগ পালে। ল'ৰাজনে দুলালক ভাৰতীয় বুলি জানি আৰু তেওঁৰ নিৰুপায় অৱস্থাৰ কথা শুনি নিজৰ লগতে লৈ গ'ল। দুলালে সেই ল'ৰাজনৰ সহায়তে এটা কাৰখানাত যোগালীৰ কাম এটা পালে। তেওঁ সপ্তাহে দহ চিলিংকৈ পাব ধৰিলে। তাৰে কোনোমতে খাই-লৈ থাকি, তেওঁ চেনিকলৰ বিষয়ে পঢ়িবলৈ টকা জমাব ধৰিলে। হাতত যথেষ্ট টকা হোৱাত আকৌ কলেজত পঢ়িব ধৰিলে। যিমান পাৰে কম খৰচত থাকি খাই অলপ অলপকৈ জমাওঁতে জমাওঁতে তেওঁৰ কোনোমতে ঘৰলৈ আহিবলৈও টকা হাতত হ'ল।

দুলালে জানিছিল যে 'লেগু লেডী'য়ে নিশ্চয় তেওঁ আত্মহত্যা কৰা খবৰ ঘৰলৈ দিছে আৰু সেই খবৰ পাই যে ঘৰৰ কি অৱস্থা হৈছে, সেইটোও উপলব্ধি কৰিব পাৰিছিল। কিন্তু, বহুদিন চিঠি এখন লিখে লিখে বুলিও লিখিব নোৱাৰিলে। এটা দুর্জয় অভিমানে সদায় বাধা দিছে। এতিয়া চেনিৰ কলৰ কাম শিকি, কাৰখানা খুলিবৰ অভিপ্ৰায় কৰি ঘৰ পালেহি।

* * *

সেইদিনা ৰাতিও লোহাৰ পেৰাটোৰ ভিতৰত, আকৌ সেই খুট্‌খাট শব্দ শুনি ধনকুবেৰৰ টোপনি ভাঙি গ'ল। তেওঁ বিচনাৰ ওপৰত উঠি বহি, কেৰাচিনৰ চাকিটো জ্বলাই, কেউপিনে ভালকৈ ঘূৰিপকি চালে। দুলালৰ যে প্ৰেতাত্মা নহয় সেইটোতো ঠিক—কিন্তু কিহে সেই শব্দ কৰে? চোৰ-তোৰ সোমোৱাও সহজ নহয়—তেনহ'লে কি? ধনকুবেৰে ৰবালৰিকৈ চাবিপাত উলিয়াই লৈ, তলাটো খুলি, চাকিটো হাতত লৈ, পেৰাটোৰ ভিতৰখন চালে। অলপ সময় ইটো সিটো লাৰি চাৰি চাই দেখে যে পেৰাটোৰ ভিতৰত কেনেবাকৈ এটা নিগনি সোমাই, তাত থকা নোট, কাগজপত্ৰ, আটাই-বিলাক কুটিকুটি শেষ কৰিলে। মাত্ৰ নগদ টকা, ভঙনীয়া, সোণ আৰু অলঙ্কাৰ আদি যিখিনি আছিল, সেইখিনিহে আছে।

ধনকুবেৰৰ মুখৰ পৰা এটা দীঘল হুমুনিয়াহ ওলাল। এতিয়া তেওঁ বুজি পালে কিহে ৰাতিৰাতি পেৰাৰ ভিতৰত খুট্‌খাট শব্দ কৰিছিল। নাতিয়েকৰ আত্মহত্যাৰ সংবাদ পোৱাৰ সময়তে যে অমনোযোগী হৈ থকাত, কেনেবাকৈ পেৰাত নিগনিটো সোমাইছিল, তাত তেওঁৰ সন্দেহ নোহোৱা হ'ল।

তেওঁৰ মনত এটা ধাৰণা হ'ল যে এই পেৰাটো বৰ অমঙ্গলীয়া। ইয়াৰ পৰাই তেওঁৰ আদৰৰ নাতিয়েকে ইমান দুখ কষ্ট ভোগ কৰিলে, মানুহে তেওঁক দুৰ্ণাম কৰে। সৰু সৰু ল'ৰা-ছোৱালী-বিলাকেতো তেওঁৰ আচল নাম নাজানেই—'ধনকুবেৰ' নামেই তেওঁৰ প্ৰখ্যাত হৈ গ'ল। এইবিলাকো এই পেৰাটোৰ পৰাই। আন কি ইয়াৰ ভিতৰত থকা, তেওঁৰ অতি প্ৰিয় নোট কাগজবিলাকো নষ্ট হ'ল। সকলো ঈশ্বৰৰে ইচ্ছা। যিয়েই হওক, এই কুলক্ষণীয়া পেৰাটো ঘৰত ৰাখিব নোৱাৰি। দুলালৰ আত্মহত্যা কৰা খবৰ

পোৱা দিনাৰ কথা মনত পৰি ধনকুবেৰৰ গাৰ নোমবিলাক শিয়ঁৰি উঠিল।

পিচদিনা ৰাতিপুৱাই তেওঁ কেইজনমান মানুহ লগাই লোহাৰ পেৰাটো ঘৰৰ পৰা উলিয়াই নি ওচৰতে থকা পুখুৰীটোত পেলাই দিলে। পাৰতে এটা খুটা পুতি এডাল শিকলি লগাই পেৰাটো বান্ধি থলে। যিমানেই হওক—এসময়ৰ অতি আদৰৰ ধন, একেবাৰে নিচিহ্ন কৰি পেলাবৰ তেওঁৰ সত নগ'ল।

* * *

১৮৯৭ খ্ৰীষ্টাব্দৰ ভুইকঁপত সেই গাঁও উপান্ত হ'ল। পাগলাদিয়া নদীয়ে অন্যফালে গতি ললে। ধনকুবেৰৰ গাৱঁত যিখিনি অল্পসংখ্যক মানুহ আছিল, সেইখিনি আনফালে ভাগি গ'ল। ধনকুবেৰৰ পুতেক নাতিয়েকে চহৰত ঘৰ কৰিলে। কিন্তু এতিয়াও সেই গাঁৱত, ধনকুবেৰৰ ঘৰৰ ওচৰৰ পুখুৰীটোৰ পাৰত এটা খুটাত এডাল লোহাৰ শিকলি লগাই থোৱা দেখা যায়। মানুহে কয় পানীৰ তলত পেৰাটো এতিয়াও আছে, আৰু সেইটো দেওলগা। +++

# মহেন্‌জদড়ো

মহেন্‌জদড়ো—মৃতকৰ সমাধিস্থল। কত যুগযুগান্তৰৰ কাহিনী লুকাই আছিল বসুমতীৰ বিশাল গৰ্ভত। পাঁচ হাজাৰ বছৰ আগৰ কত প্ৰেম, কত কৌতুক, বেদনা আৰু সাংসাৰিক খুটিনাটিৰ কত স্মৃতি বহন কৰি আছে সেই মাটিৰ তলত লুকাই থকা ভগ্নাৱশেষবিলাকে—তাৰ আদি অন্ত নাই।

ইয়াৰে এটা ভগ্নাৱশেষ, প্ৰকাণ্ড অট্টালিকা। চাপে চাপে তাত খুট্‌খুটী। শাৰী পতা সুন্দৰ সুন্দৰ ইটাৰ খুটা। পিচপিনে সৰু সৰু কেইটামান ঘৰ। এতিয়া ঘৰকৈ ঘৰ বুলি চিনিব নোৱাৰি। মাত্ৰ স্তূপাকাৰ কিছুমান ইটা দেখা যায়। তাৰ মাজতে দুই চাৰিটা খুটা, এখন দুখন দুৱাৰ-খিড়িকীৰ অস্তিত্ব পোৱা যায়। পিচপিনৰ অহল-বহল চোতালৰ মাজত ইটাৰে বন্ধোৱা এটা পুখুৰী। তাৰ কেউপিনে ইটাৰ বেৰা। প্ৰকাণ্ড দালানটোৰপৰা পুখুৰীটোলৈ এটা সৰু বাট, ইও ইটাৰে বন্ধোৱা। পুখুৰীৰ পাৰত কেউপিনে পকা বেঞ্চি। এপিনে এটা বহল সুৰঙ্গ গৈ বাহিৰৰ এটা কুঁৱাত শেষ হৈছেগৈ। বোধকৰোঁ পুখুৰীৰ পানী নষ্ট হ'লে সেইটোৰে উলিয়াই দি আকৌ নতুন পানী ভৰাবৰ দিহা আছিল।

অট্টালিকাটো যে বহুযুগ আগৰ কোনো ঐশ্বৰ্য্যশালী বিলাসী মানুহৰ আছিল, তাক এই পাঁচ হাজাৰ বছৰৰ পাছতো দেখিলেই বুজিব পাৰি। মাটিৰ তলত খান্দিলে আৰু বা কিমান ঐশ্বৰ্য্য, কিমান সুৰুচিৰ পৰিচয় পোৱা যাব তাক কোনে জানে?

মনত এনেকুৱা নানা কথা খেলাইছে, কিন্তু লগে লগে মাটিও খান্দিছো। মাজে মাজে হাতৰ গতি শিথিল হৈ আহে, মনটো উদাস—মোহাচ্ছন্ন হৈ যায়। মনত ভাব হয় পাঁচ হাজাৰ বছৰ আগেয়েও আমাৰে নিচিনা সুখ-দুখ, ভাল-বেয়া, সাংসাৰিক সকলো ৰকমৰ অনুভূতিসম্পন্ন মানুহে এই চহৰখন অলপ অলপকৈ গঢ়ি তুলিছিল। এই ঘৰ-দুৱাৰ, আলি-পদূলি সকলো সাজিছিল। তেওঁলোকেও

আমাৰ নিচিনা সুখী আৰু সম্পদশালী দেশ বিচাৰিছিল। প্ৰাচীৰ ঘিমান পাৰি ভোগ কৰিবলৈ বুলি, মানুহৰ চিৰ অভিলাষী মনে কত উপায় বিচাৰি উলিয়াইছিল, উৰ্বৰ মস্তিষ্কই কত আবিষ্কাৰ কৰিছিল। কিন্তু কালৰ গতিত সকলো লীন হৈ গ'ল। হয়তো সিন্ধু নদৰ প্ৰবল বান আহি উপচি পৰিল গোটেই চহৰৰ ওপৰত। চৌৰ পিচত চৌ আহি খুন্দা খাব ধৰিলে ঘৰবিলাকৰ পিৰালিত। হয়তোবা বাসুকীৰ দেহ জিকাৰ খাই উঠিল,। লগে লগে পৃথিবীৰ বুকুত উঠিল গুম্ গুম্ শব্দ আৰু কঁপনি। চাই থাকোঁতে থাকোঁতে হিৰ্ হিৰ্‌কৈ ঘৰৰ চালৰ পৰা ইটাবিলাক খহি পৰিল। ভয়বিহ্বল মানুহৰ কোলাহল লাগি পৰিল। কিছুমান কোনোমতে সাৰিল। কিছুমান ওলাই আহিব খোজোতেই হয়তো আশ্ৰয়ৰ অতি আপোন ঘৰটোৱেই তেওঁলোকৰ মৃত্যুৰ কাৰণ হ'ল। বহুত হতভাগাই হয়তো ততকে ধৰিব নোৱাৰিলে কি হৈছে। ইটাৰ স্তূপৰ মাজত, সেই হতভাগ্য মানুহ-বিলাকৰ কঁকা এতিয়াও পোৱা যায়।

খান্দি আছো। পুখুৰীটোৰ পাৰত এসোপা ভঙা টুকুৰা-টুকুৰী ইটাৰ তলত কিবা এটা বগা বগা দেখিলো। মনত কৌতূহল হ'ল। অতি সাৱধানে ঘিমান পাৰি খৰকৈ ইটাবিলাক আঁতৰাব ধৰিলো। ঘেতিয়া গোটেই বস্তুটো ওলাই পৰিল মোৰ গাটো অলপ জিকাৰ খাই উঠিল। এটা কঁকা! তিৰোতা মানুহৰ যে তাত সন্দেহেই নাই। কাৰণ তেতিয়াও, সেই হতভাগিনীৰ অস্থিসাৰ কঁকালটোত নানা গহনা পিন্ধা আছিল। হাতত তামৰ এযোৰ গোটাখাৰু, এযোৰ মিহি শঙ্খৰ খাৰু। ডিঙিত হাতীৰ দাঁতৰ তিনি চাৰি শৰীয়া হাৰ। আৰু দুই চাৰিটা হাসধীয়া বাখৰ খটোৱা কিবাকিবি গহনা। আৰু কিছুদূৰ খন্দাত এটা সৰু মাটিৰ কলহ, আচৰিত, এতিয়াও নভঙাকৈ আছে। এখন ভাঙৰ তামৰ কাঁহীৰ নিচিনা বস্তু পালোঁ। ইফালে সিফালে কেইটামান ভাঙৰ সৰু টেমাও পৰি থকা পালোঁ।

মই লাহে লাহে কঁকালটো ইটাৰ স্তূপৰ মাজৰপৰা উদ্ধাৰ কৰিবলৈ চেষ্টা কৰিব ধৰিলোঁ। কঁকালটো দেখাত ছোৱালী মানুহৰ দেহা যেন লাগে। কত যুগীয়া পুৰণি হাড়। অলপ অসাৱধান হ'লেই বা ধকামজাকৈ ধৰা-মেলা কৰিলেই হয়তো গোটেই কেইডাল হাড়েই সৰ্‌সৰকৈ সৰি পৰিব।

মই অতি যত্নেৰে, বৰ সন্তৰ্পণে সেই জঁকাটো ওচৰবে এডোখৰ মুকলি ঠাইলৈ দাঙি আনিলোঁ। তথাপি মই তাক নিখুঁতকৈ ৰাখিব নোৱাৰিলোঁ। মোৰ হাতৰ পৰা কেইডালমান জীৰ্ণ হাড় সৰি পৰিল। গাটো মোৰ শিয়ঁৰি উঠিল; মনত দুখ লাগিল। হায় হায় কি কৰিলোঁ। মই যেন নিজৰ হাতেৰে আলসুৱা দেহ এটাক অসহনীয় দুখ দিলোঁ। জঁকাটোৰ পৰা হাড়কেইডাল সৰি পৰোঁতে হোৱা জিনজিনিয়া শব্দটো মোৰ কাণত এজনী ছোৱালীৰ বেদনা কাতৰ, ক্ষীণ প্ৰতিবাদৰ নিচিনা শুনিলোঁ। জঁকাটো মাটিত থৈ সেই কলহটো, টেমাকেইটা আৰু কাঁহীখনো তাৰ ওচৰলৈ আনিলোঁ। গহনাবিলাক একেলগে গোটালোঁ। সেইবিলাক লিৰিকি-বিদাৰি চাব ধৰিলোঁ। পাঁচহাজাৰ বছৰ আগৰ, সুৰুচিপূৰ্ণ, সূক্ষ্ম কাৰুকাৰ্য দেখি মনত চমক লাগিল। গহনাবিলাকৰপৰা মোৰ চকু গৈ সেই জঁকা-টোত পৰিল।

ইয়াকেই মানুহে কয় নিয়তি! এই জঁকাটো যেতিয়া কোমল মিহি মঙহেৰে পূৰ্ণদেহ আছিল, বুকুৰ কামিহাড়কেইডালৰ মাজত, প্ৰাণবায়ুৰ উশাহ-নিশাহ বৈছিল, তেতিয়াবা কোন আছিল? নিশ্চয় সুন্দৰ আছিল। ইমান ডাঙৰ অট্টালিকাত যাৰ বাস, তেওঁলোক নিশ্চয় আভিজাত্যপূৰ্ণ আছিল। আৰু আভিজাত্যৰ এটা সম্পদ ৰূপ নহয়নে?

বাৰু, ছোৱালীজনী পুখুৰীৰ পাৰলৈ কিয় আহিছিল? গা ধুবলৈকেই বোধকৰোঁ। নহ'লে অকণমান কলহটো কিয় আনিব? পানী নিবলৈ হলেতো ডাঙৰ কলহ আনিলেহেঁতেন। তাৰ উপৰিও সেই টেমবিলাক হয়তো নানা প্ৰসাধন দ্ৰব্যৰে ভৰি আছিল। কাঁহী-খনত সেইবিলাক ভৰাই আনিছিল। অভিজাত বংশৰ, বিলাসপ্ৰিয় ছোৱালীৰ গা ধোৱা। সেই কালতো বহু আড়ম্বৰপূৰ্ণ থকা এটা একো আচৰিত নহয়।

জঁকাটো আৰু গহনাপাতিবিলাকে মোৰ মনত বহুতো চিন্তাৰ ঢৌ তোলালে। সেইবিলাক পুঙ্খানুপুঙ্খকৈ পৰীক্ষা কৰি চাই থাকোঁতে, মনটোত অসংখ্য সম্ভৱ অসম্ভৱ কল্পনাবিলাকে ভুমুকিয়াব ধৰিলে। এনেকৈ অতি প্ৰাচীনকলীয়া বস্তুবিলাকৰ ৰহস্য উদ্ঘাটনৰ দিহা আৰু চেষ্টা কৰি থাকোঁতে কেতিয়া যে বেলি ডুবি দিলে

ক'বই নোৱাৰিলো। মই দেখিলো কাম কৰা প্ৰায়ভাগ মানুহেই গৈছে। দুই চাৰিজন মানুহে দিনটো কষ্ট কৰি বাহিৰ কৰা, খ্ৰিষ্টপূৰ্ব পুৰণিকালৰ বস্তু-বাব পাইছিল, সেইবিলাক গোটাব ধৰিছে।

মইও ঘাম ঘাম কৰিছো। দিনটো যে ভাত খোৱা নাই, এতিয়াহে মনত পৰিল। গোটেই দিনটো জঁকাটো আৰু তাৰ লগত পোৱা বস্তুকেইটাৰ বেহৰূপ চাই থাকোঁতেই গ'ল।

হঠাতে পুখুৰীটোৰ পাৰত টিং কৰি এটা শব্দ শুনা যেন পালোঁ। মই চক্‌ খাই ঘূৰি চালোঁ। কি ? এইয়া দিঠক, নে সপোন দেখিছোঁ ? চকু-মুখ মোহাৰি আকৌ এবাৰ চালোঁ। মোৰ গোটেই শৰীৰটো, মূৰৰ পৰা ভৰিলৈকে এবাৰ জিকাৰ মাৰি কঁপি উঠিল। চকু দুটা পুখুৰীটোৰ পাৰত দেখা বস্তুটোৰ ওপৰত থিৰ হৈ ৰ'ল।

মই দেখিলোঁ, এজনী দৈৰ্ঘ্য পোন্ধৰ বছৰীয়া ছোৱালী! হাতত, ডিঙিত, ঠিক মই খান্দি পোৱা গহনাবিলাকৰ নিচিনা গহনা পিন্ধা। কাষত সেই কলহটো, সেই তামৰ কঁাহীখন তাৰ ওপৰত মই দেখা টেমাবিলাক এটা এটাকৈ সজোৱা আছে। কেইটামান হাতীৰ দাঁতৰ, কেইটামান শঙ্খৰ, কেইটামান বা তামৰ। কাঁহীখনৰ এপিনে কিছু-মান বগা ফুল। এই কাঁহীখন থওঁতে, 'খট্'কৈ হোৱা শব্দটোতে মই উচপ খাই উঠিছিলোঁ।

মই নিথৰ, নিশ্চল হৈ বহি আছোঁ। চকুৰ দৃষ্টি সেই ছোৱালী-জনীৰ ওপৰত। মই চেষ্টা কৰিও চকু দুটা তাইৰ পৰা ঘূৰাব নোৱাৰিলোঁ।

ছোৱালীজনী গৈ পুখুৰীটোৰ পকা ঘাটটোত বহিল। গাৰ কাপোৰখন পাৰলৈ দলিয়াই পেলালে। এটা সুন্দৰ, আধা ফুটা ফুলৰ দৰে দেহা ওলাই পৰিল। গোটেই শৰীৰত তেতিয়াও শৈশৱৰ চাঞ্চল্য তিৰ্‌বিৰাই আছে। তাই লাহে লাহে খটখটী দি পানীলৈ নামি গ'ল। কিছু সময় ভৰিদুখন পানীত তিয়াই চিঙিত বহি থাকিল। তাৰ পাছত এবাৰ জাপ মাৰি গৈ পানীত পৰিল। দুই হাতেৰে পানীবিলাক ছটিয়াব ধৰিলে। একোবাৰ চঞ্চল হৈ উঠি সাঁতুৰি পুখুৰীটোৰ সিপাৰলৈ যায়, আকৌ ইপাৰলৈ আহে। তাই গোটেই পুখুৰীটো সাঁতুৰি, পানী ছটিয়াই খলক্‌ লগাই দিলে। এবাৰ একঁকালমান পানীলৈ উঠি আহিল। গা, হাত-ভৰিত কাঁহীখনৰ

পৰা কিবা এটা লৈ ঘঁহিলে। গোটেই পুখুৰীৰ পাৰটোত এটা সুগন্ধ ভাহি পৰিল। তাৰ পাছত আকৌ দ' পানীলৈ গৈ, কেইবাৰমান টপৃটপৃকৈ বুৰমাৰি, দুই হাতেৰে পানীবিলাক থপৰিয়াই, ছটিয়াই, চঞ্চল হাঁহিত গোটেই পুখুৰীটোকেই যেন চঞ্চল কৰি তাই পাৰলৈ উঠি আহিল।

পাৰত ভৰিহাত মেলি বহি কাঁহীখনত থকা নানাবিধ টেমা-বিলাকৰ, ইটোৰ পিচত সিটো খুলি, এবাৰ চুলিত, এবাৰ মুখত, এবাৰ গাত ঘঁহিব ধৰিলে। মাজে মাজে এখন তামৰ সৰু দাপোনত, নিজৰ ভিজা মুখখন চায়, আকৌ প্ৰসাধনত মন দিয়ে। সিহি, কঁকাললৈকে পৰা চুলিকোছাৰ পৰা, ঘন মেঘৰ পৰা সৰিপৰা বৰষুণৰ টোপাৰ নিচিনা টোপাটোপা পানী পৰি আছে। তাই দুই হাতৰ মুঠিত চুলিকোছা ধৰি আগপিনে টানি আনিলে। এখন হাতেৰে পানীবিলাক চুলি পেলাই, চুলিকোছা মূৰটোৰ পিচপিনলৈ আকৌ মেলি দিলে। কাঁহীখনৰ পৰা কেইটামান ফুল লৈ, পুখুৰীৰ পানীলৈ দলিয়াই দিলে। শৈশৱৰ ক্ৰীড়াচঞ্চল মনে তাত কিবা আনন্দ পালে। তাই খিল্‌খিলাই হাঁহি উঠিল।

এনেতে এটা গুম্‌গুমীয়া শব্দ উঠিল। ছোৱালীজনীয়ে এক মুহূৰ্তমান কাণ পাতি কিবা শুনিলে। আকৌ প্ৰসাধনত মন দিলে। এইবাৰ ভৰিৰ তলত মাটিখন গুমগুমাই লৰি উঠিল। ভয়ত ছোৱালীজনীৰ প্ৰফুল্ল মুখখন শেঁতা হৈ গ'ল। লৰাপৰিকৈ, খৰ্‌মৰকাই পাৰত দলিয়াই থোৱা কাপোৰখন গাত মেৰাই ল'লে। তাই বাহিৰলৈ যাবলৈ বুলি লৰ দিলে। ঠিক সেই মুহূৰ্ততে, ওপৰৰ পৰা ইটা-বিলাক গিৰ্‌গিৰ্‌কৈ তাইৰ মূৰৰ ওপৰতে সৰি পৰিল। তাই ভয়ত বিহ্বল হৈ গাৰ সকলোখিনি শক্তি দি চিঞৰি উঠিল। লগে লগে মোৰ মুখৰ পৰাও এটা ভয়বিহ্বল চিঞৰ ওলাল। দৌৰি গলোঁ— তাইক উদ্ধাৰ কৰিবলৈ। কিন্তু ইটাত ভৰি লাগি মুখথেকেচা খাই পৰি গলোঁ। তাৰ পাচত, আৰু একো ক'ব নোৱাৰোঁ।

বহুত সময়ৰ পাছত যেতিয়া সাৰ পালোঁ, দেখোঁ—মোৰ কাষত কেইজনমান সহকৰ্মী বহি আছে। মোৰ গা বৰ দুৰ্বল যেন লাগিছিল। মূৰৰ ভিতৰত যেন কিহৰ কিছুমান স্মৃতি খেলিমেলি হৈ, ৰিম্‌ৰিমাব লাগিছে। অতি কষ্টকৈ সুধিলো, । মোৰ কি হৈছিল ? তেওঁলোকে মোক ক'ত পালে ?

মোৰ এজন বন্ধুৱে ক'লে, "তোমাৰ চিঞৰ শুনি মই লৰি গৈ দেখোঁ তুমি পুখুৰীটোৰ পাৰত মুখথেকেচা খাই অজ্ঞান হৈ পৰি আছা। তেতিয়াই তোমাক ধৰাধৰিকৈ লৈ আহিলোঁ। তুমি আজি বৰকৈ কাম কৰিছা। পুৱাৰ পৰা সন্ধিয়ালৈকে কামকে কৰিছা। শুনিলোঁ বোলে ভাত খাবলৈও যোৱা নাই। ৰ'দত ইমান কাম কৰা কাৰণে তুমি অজ্ঞান হৈ গ'লা। তাৰ উপৰিও ভাত-পানী নাই নহয়। ইমানকৈনো কাম কৰেনে মানুহে ?"

ভাগবত মই চকু মুদিলোঁ। মোৰ বন্ধুজনে আকৌ ক'লে, "অ' তুমি যে খান্দি উলিয়াইছিলা সেই অঁকাটো আৰু গহনাবিলাক, সেইবিলাক বোলে বৰ মূল্যবান। ইয়াত বোলে এনেভাবে সম্পূৰ্ণ হৈ থকা অঁকা পোৱা টানেই।"

মোৰ চকু দুটা এবাৰ মেলা খাই ক্লান্তিত আকৌ জাপ খাই গ'ল। +++

# তনুজা

উস্—, অসহ্য যন্ত্রণাৰ পিচত চকু মেলি চাই দেখোঁ হস্পিতালৰ নানা যন্ত্রপাতি থকা এটা জকমকীয়া কোঠালীত এখন ঠেক অপাৰেচন টেবুলৰ ওপৰত মই শুই আছো। মোৰ কাষত জেভী ডাক্তৰ দুজনী-মান, নার্চ আৰু এজনী আধবয়সীয়া চিস্টাৰ। সকলোৰে মুখত হাঁহি আৰু সন্তোষৰ চিন।

মোক চকু মেলা দেখিয়েই লেডী ডাক্তৰে বহুত কাপোৰ-কানি মেৰাই থোৱা এটা কেঁচুৱা আনি মোৰ চকুৰ আগত দাঙি ধৰিলে, "চোৱা, কি সুন্দৰ ছোৱালী জন্মিছে তোমাৰ।"

ছোৱালী? মোৰ—? হঠাতে মোৰ দুর্বল মস্তিষ্কই ভালকৈ একো ভত ধৰিব নোৱাৰিলে। কিন্তু পিচ মুহূর্ততে মোৰ মনটো আনন্দত উজ্বল হৈ উঠিল। মোৰ ছোৱালী, মোৰ নিজস্ব প্রতিটোপা তেজ দি গঠিত মোৰ জী! কেইঘণ্টামান আগেয়ে পোৱা সকলো দুখ কষ্ট মই পাহৰি গলোঁ। তুলাৰ নিচিনা কোমল, গোলাপ ফুলৰ নিচিনা টুকটুকীয়া বৰণৰ এই অকণমান কেঁচুৱাটি মোৰ ছোৱালী। মোৰ আৰু মোৰ স্বামীৰ মিলিত জীৱনৰ আনন্দময় দিনবিলাকৰ নিদর্শন।

কিছু সময় পিচত নার্চ এজনীয়ে মোক এখন ষ্ট্রেচাৰত তুলি লৈ এটা বেলেগ কোঠালীলৈ নি এখন শেতেলীৰ ওপৰত শুৱাই দিলে। ওচৰতে এখন অকণমান ডোলনাত মোৰ ছোৱালীজনীকো ভালকৈ কাপোৰ-কানি মেৰিয়াই শুৱাই থলে। তাই চকু মুদি শুই আছে। মই প্রথম দেখাৰে পৰা তাই শুয়েই আছে। কেতিয়া যে চকু মেলি চাব? মই শেতেলীত পৰি পৰি ভাবিবলৈ ধৰিলো।

দুৱাৰমুখত কাৰোবাৰ জোতাৰ শব্দ শুনিলো। ঘূৰি চাই দেখোঁ মোৰ স্বামী। তেওঁৰ মুখত চিন্তামুক্তিৰ শান্ত হাঁহি, চকুত মনৰ আনন্দৰ জেউতি বিৰিঙি উঠিছে।

কেইমাহমান পাছৰ কথা। আমাৰ ছোৱালীজনী আঠু কাঢ়ি কিৰিলি পাৰি ফুৰে। তায়েই গোটেই ঘৰখনক ব্যস্ত কৰি ৰাখে।

সেউতাকে মৰমতে তাইক 'সবিতা' বুলি মাতে। সেই নামেৰে মাতোঁতে মাতোঁতে তাইৰ নাম সবিতাই হৈ গ'ল।

দিন গৈ থাকে। সবিতাও লহপহকৈ ঠন্ ধৰি অহা গছপুলিৰ নিচিনাকৈ বাঢ়ি আছে। চাওঁতে চাওঁতে তাই পাঁচ বছৰ বয়সত ভৰি দিলে। আমি তাইক ওচৰৰে পাঠশালা এখনত নাম লগাই দিলোঁ। আচৰিত! এই অকণমান ছোৱালীজনীয়ে আঠ দহ দিনৰ ভিতৰতে সহজ সহজ আখৰবিলাক পঢ়িব আৰু লেখিব পৰা হ'ল। কুৰিলৈকে ফৰ্‌ফৰাই নেওঁতাও মাতিব পাৰে। তাইৰ বুদ্ধিৰ তীক্ষ্ণতা দেখি আমাৰ মনত বৰ ভাল লাগিল।

*　　　　*　　　　*

আৰু কেইবছৰমান পাছৰ কথা। সবিতা এতিয়া হাইস্কুলৰ অষ্টমমান শ্ৰেণীত পঢ়ে। স্কুলত তাই সকলো বিষয়তে আগবঢ়া। লেখা-পঢ়া, নাচ-গান, খেলা-ধূলা সকলোতে তাই প্ৰথম হয়। বছৰৰ শেষত, প্ৰত্যেকবাৰে এবোজা এবোজা পুৰস্কাৰৰ পুথি আৰু নানা বস্তু ঘৰলৈ আনে। তেতিয়া তাইৰ চকু মুখ সফলতাৰ আনন্দত দীপ্ত হৈ উঠে।

বয়স হৈ অহাৰ লগে লগে তাই সকলোপিনে ভাল হৈ আহিব ধৰিছে। চকুত চেণ্ডেলীয়া বয়সৰ নতুন নতুন সম্ভৱ আৰু অসম্ভৱৰ কল্পনা, উত্তেজনাৰ জেউতি। চকু-মুখৰ গঢ় তাইৰ সৰুৰেপৰা ধুনীয়া। এতিয়া কেউপিনে সুখ আৰু স্বাচ্ছন্দ্যৰ মাজত বাঢ়ি অাহি তাই আৰু ধুনীয়া হৈ পৰিছে। সেউতাকে কয়, তাই বোলে মোৰেই নিচিনা হৈছে। ময়ো ভালকৈ চালে দেখা পাওঁ তাইৰ ওঁঠৰ মাজত ঠিক মোৰেই নিচিনা এটা অকণমান বেঁকা ভাঁজ। থুতৰীটোৰ গঢ়টো একেবাৰে মোৰ। দেউতাকৰ গঢ় তাই বৰ কমেই লৈছে। ছোৱালীৰ গৌৰৱত মোৰ মন উৎফুল্ল হৈ উঠে।

কিন্তু হঠাতে কেতিয়াবা মনটোত কাঁইটে বিন্ধা দি খচখচাই উঠে। মোৰ জীৱনৰ ভৰ বয়সৰ সকলোখিনি শক্তি, সৌন্দৰ্য্য দি গঠিত মোৰ ছোৱালী। তাইৰ দেহত মোৰ গাভৰু কালৰ দেহৰ লাৱণ্য ফুটি উঠিব ধৰিছে। লগে লগে মোৰ শৰীৰটোৰ ইফালে সিফালে অলপ অলপকৈ মঙহ বাঢ়ি, দেহৰ ধুনী গঠন ভাঙি যাব ধৰিছে। মোৰ চকুৰ জেউতি কমি আহিছে। চকুৰ তলত দুটা

চাৰিভাল খীণ ৰেখা পৰিব ধৰিছে। কিন্তু সবিতাৰ? তাইৰ চকুত চকু ছাট মাৰি ধৰা জেউতি, কোমল মিহি গাল দুখনত তেজে ফুটো ফুটো কৰে হৈছে। ওঁঠ দুটাও তাইৰ ঠিক মোৰেই দৰে। কিন্তু মোৰ ওঁঠত তাইৰ নিচিনা উদ্দাম জীৱনী শক্তিৰ সতেজ ভাব নোহোৱা হৈ গৈছে। সবিতাই, মোৰ ছোৱালীজনীয়ে মোৰ জীৱনী শক্তি তিলতিলকৈ, মই গম নোপোৱাকৈ গ্ৰাস কৰি যাব ধৰিছে।

কিন্তু এনে ধৰণৰ চিন্তাই মোক বেছি সময় অভিভূত কৰি ৰাখিব নোৱাৰে। সবিতাৰ মাত শুনিলেই মৰমত মোৰ মন গলি যায়। কিছু সময় আগতে মনলৈ অহা ভাববোৰৰ কথা মনত পৰি মনে মনে লাজ পাওঁ। কেইদিনমান পাছতহে সেইবিলাক কথা বলিয়াৰ প্ৰলাপ যেনেই লাগে।

*  *  *

চাৰি বছৰমান পাছত। অৱশেষত সবিতাৰ বিয়া হৈ গ'ল। ঘৰ, বৰ মনৰ জোখাৰে পাই, তাইক আজিকালিৰ হিচাপে কম বয়সতেই বিয়া দি দিলোঁ। জোঁৱাইয়ো সকলোপিনে সবিতাৰ যোগ্য হৈছে। বাপৰ ফালে চালে দুয়োকো একেলগে থিয় কৰাই লৈ তুলনা কৰিলেও সহজে প্ৰভেদ ধৰিব নোৱাৰি, কোনো কাতকৈ বেছি ধুনীয়া। গুণলৈও ভাল দেখিছে আমাৰ একেজনী অতি আদৰৰ জীয়াৰীক নিৰঞ্জনলৈ দিছোঁ। সবিতা সকলো পিনেদি সুখী। তাইৰ মনৰ আনন্দ, চিঠি-পত্ৰবিলাকত বোধকৰোঁ তাইৰ অজানিতে আপোনা-আপুনি প্ৰকাশ পায়। মই আৰু তাইৰ দেউতাকে চিঠিবিলাক পঢ়োঁ। চিঠি শেষ হোৱাৰ লগে লগে দুয়োৰে মুখত চেনেহৰ একোটা মিচিকিয়া হাঁহি ফুটি ওলায়। আমাৰ অতি চেনেহৰ একেজনী জী— তাইৰ সুখত সুখী নহ'লে আমাৰ জীৱনত কি থাকিল?

এমাহমান পাছত। সবিতা আৰু নিৰঞ্জন আহিছে। লগে লগে আনিছে ঘৰ খলক লগাই দিয়া সুখ আৰু আনন্দৰ ঢৌ। সিহঁত আহিছে সবিতাৰ শহুৰেকৰ ঘৰৰ পৰা। আমাৰ ইয়াত দুসপ্তাহমান থাকি নিৰঞ্জনে সবিতাক লৈ তাৰ কৰ্মস্থানলৈ যাব। এইবাৰ গ'লে সবিতা আৰু সোনকালে নাহে। কাৰণ নিৰঞ্জনে কাম কৰা ঠাই বহু দূৰত। আৰু কামত লাগিলে যেতিয়াই তেতিয়াই এৰি অহাও সহজ নহয়। মোৰ মনটো মৰি গ'ল। সবিতাক এৰি ইমান দিন

কেনেকৈ থাকিম, ভাবি ঠিক কৰিব নোৱাৰা হলোঁ। কিন্তু সবিতাৰ মনততো দুখ নাই? তাই নতুন জীৱনৰ মাধুৰ্য্যৰ মোহত জগতৰ সকলো কথা পাহৰি গৈছে। মোৰ মনত গভীৰ আঘাত লাগে তাইৰ ব্যৱহাৰত। মোৰ ছোৱালী, কত কষ্ট, কত আদৰত তাইক তুলিলোঁ। আজি এটা ডেকা ল'ৰাৰ লগ পাই তাই মোক একেবাৰে পাহৰি পেলালে। পাহৰিব নোৱাৰে যদিও তাইৰ জীৱনত মোতকৈ নিৰঞ্জনৰ প্ৰাধান্যহে বেছি হ'ল। অথচ তাই মোৰেই তেজ মঙহ দি গঢ়া ছোৱালী।

এদিন সবিতা আৰু নিৰঞ্জন ফুৰিবলৈ ওলাই যোৱাত মই তাইৰ দেউতাকক কলোঁ—তাই আমাৰ পৰা কেনেভাবে আঁতৰি যাব ধৰিছে? উত্তৰত তেওঁ মাত্ৰ এটা মিচিকিয়া হাঁহি মাৰি ক'লে, "জগতৰ ৰীতিয়েই এনেকুৱা"। জগতৰ ৰীতিয়েই এনে নে? তেনেহলে মোৰ সময়তো সেই ৰীতিৰ সৃষ্টি হোৱা নাছিল? মনটো দোধোৰ-মোধোৰ লাগে।

* * *

আজি দুপৰীয়া সবিতাহঁত গ'ল। গোটেই ঘৰটো উদং নিৰানন্দ-ময় কৰি সিহঁত গুচি গ'ল। প্ৰকাণ্ড উদং ঘৰটোত পৰি ৰলোঁ মই, মোৰ স্বামী আৰু লগুৱাকেইজন। মোৰ বুকুত কিবা এটা দুখৰ ভাৰে হেঁচা মাৰি ধৰিছে। সবিতা গ'ল, মানে চকুৰ আঁতৰ হ'ল। লগে লগে হয়তো মনৰো আঁতৰ হ'ল। তাইৰ মন নিৰঞ্জনে আচ্ছন্ন কৰি ৰাখিছে।

যাবৰ সময়ত তাইৰ চকু দুটা চলচলীয়া হৈ উঠিছিল। মই কোনোমতে চকুৰ পানী নেপেলাই থাকিব নোৱাৰিলো। দেউতাকৰ মুখৰ ভাৱো গহীন হৈ গৈছিল। কেৱল নিৰঞ্জনৰ চকুতহে পানী নাই। সি যদিও মুখত গহীন ভাব লৈ আছিল, তাৰ মনৰ আনন্দৰ আভাস চকু দুটা দেখিলেই বুজিব পৰা হৈছিল। মই ঠিক জানো, বিচ্ছেদৰ প্ৰথম কেইমুহূৰ্তমানৰ ব্যথা কমিলেই সবিতাৰ চকু-মুখতো ঠিক একে আনন্দৰ জেউতিয়েই ফুটি উঠিব।

সবিতা যাবৰ কেইমাহমান হৈ গৈছে। প্ৰথমে মই ঘৰত থাকিব নোৱাৰা হৈছিলোঁ। কেউদিনে উকঙা উকঙা লাগে। জীৱনৰ কিবা এটা ডাঙৰ বল হেৰাল হেৰাল যেন ভাব হয়। সময় যোৱাৰ লগে

লগে এতিয়া সবিতাৰ অভ্যাসো গা সহা হৈ আহিছে। আজি-কালি আৰু সিমান বেয়া নালাগে।

তাৰ উপৰিও দুই তিন দিনে সবিতা বা নিৰঞ্জনৰ চিঠি পাই থাকোঁ। সিহঁতৰ চিঠি আহোঁতে তিনিদিনৰ বেছি পলম হলেহে মনত বৰ চিন্তা হয়, উচপিচ লাগে। কিন্তু চিঠি নাহিল—সেই বিষয়ে সবিতাৰ দেউতাকৰ লগত নানা আলোচনা কৰোঁ। কেতিয়াবা বিৰক্ত হৈ কয়, "হয়তো কিবা কাৰণত চিঠি লেখা নাই। নাইবা ডাকটিকট ঘৰত নাই। দেওবাৰ পৰিল্লত টিকট আনিব নোৱাৰিলে।" কেতিয়াবা আকৌ ধেমালি কৰি অলপ হাঁহি কয়, "সিহঁতৰ হয়তো আমালৈ চিঠি লেখিবৰ সময়েই নাই।"

তেওঁৰ কথাত মনটোৱে প্ৰবোধ নামানে যদিও, উচ্পিচনি অলপ কমে। কিজানি তেওঁ কোৱা কথাই ঠিক। সিহঁতৰ হয়তো টিকট ঘৰত নাই। হয়তো দুয়ো দুয়োৰে মোহত ইমান বিভোল হৈ আছে, যে জগতৰ আন কথা পাহৰি গৈছে।

এনেকৈ ভাবি-চিন্তি থাকোঁতেই সেই দিনটো পাৰ হৈ যায়। পিচদিনা ৰাতিপুৱা সবিতাৰ চিঠি পাওঁ। সময়মতে চিঠি লেখিব নোৱাৰাৰ নানা কাৰণ দেখুৱাব খোজে; কিন্তু মই একো সঙ্গত কাৰণ বিচাৰি নাপাওঁ। দুটা মানুহৰ সংসাৰ—লগুৱা বান্ধনী আছেই। তাইৰ ইমান কাম কিহৰ? আচল কথা দেউতাকে কোৱাই হয়। সিহঁতৰ চিঠি লেখিবলৈ হোৱা অবহেলা ভাল নালাগে। যিমান সময় পাৰে দুয়ো ওচৰা-ওচৰিকৈ জীৱন কটাই দিবলৈ বিচাৰে। যাহওক চিঠি পালোঁ। সিহঁত ভালে আছে, সুখত আছে, জানিব পাৰিলোঁ। মোৰ মুখৰপৰা চিন্তা দূৰ হোৱাৰ এটা স্বস্তিৰ হুমুনিয়াহ ওলায়।

* * *

সবিতা আৰু নিৰঞ্জন আহিছে, প্ৰায় ডেৰ বছৰ পাছত। নিৰঞ্জন দুদিনমান থাকিয়েই আকৌ যাব। সবিতা এইবাৰ কিছুদিন থাকিব।

ইমান দিনৰ মূৰত সবিতাৰ বহুত সলনি হৈছে। তাই আগৰ নিচিনা চঞ্চল নহয়। চকুমুখত তৃপ্ত জীৱনৰ শান্ত জেউতি। ভাবী মাতৃত্বৰ গৌৰৱত দেহ অৱসন্ন। কিন্তু মনৰ আশা আৰু আনন্দৰ ভাব চকু, মুখত অতি পৰিষ্কাৰভাৱে ফুটি উঠিছে। মোৰ মনত পৰিল—সেই বহু বছৰ আগৰ এটা দিনৰ কথা, যিদিনা সবিতা

প্ৰথম আহিল মোৰ বিবাহিত জীৱন গৌৰৱ আৰু সাৰ্থকতাৰে ভৰপূৰ কৰি। কিমান দূৰত এৰি থৈ আহিছোঁ সেইবিলাক দিন। সেই অৰুণমান, তুলতুলীয়া কেঁচুৱা 'সবিতা'। তাই আজি ক'ত? আজি তাই আহিছে সৰ্বসুখময়ী, গৌৰবান্বিতা নাৰী হৈ। বেদনাত মোৰ বুকুখন টলমলৈ উঠিল।

নিৰঞ্জনৰো চকুত আশা, আনন্দৰ উজ্বল দীপ্তি। কিন্তু লগে লগে চিন্তাৰ এটা কলা ছায়াও চকু-মুখত বিৰিঙি উঠে। বোধকৰোঁ অভিজ্ঞতাহীন পিতৃত্বৰ দায়িত্ব আৰু সবিতাৰ শৰীৰৰ কাৰণে ভাবনাত, তেওঁৰ মনত আনন্দ আৰু ভয়ৰ দুটা আন্দোলনে উথলমাথল লগাইছে।

সবিতাৰ মনত কিন্তু একো চিন্তা বা ভয় নাই। তাই কেৱল আপোন সৌভাগ্যৰ চিন্তাতে বিভোৰ। তাইৰ দেউতাকৰ মনতো ভয় আৰু ৰঙৰ ভাব। নাতিৰ মুখ দেখিব বুলি ৰং। আকৌ জীয়েকৰ অমঙ্গল আশঙ্কাত ভয়ো হয়। তেওঁতো নানা ভাওৰ কবিৰাজৰ মত লৈ সবিতাক ইটো খা, সিটো কৰ কৈ অস্থিৰ কৰি তুলিব খোজে; কেৱল মইহে মাজে মাজে বাধা দি ৰাখোঁ।

সবিতাৰ আসন্ন মাতৃত্বৰ চিন্তাত, সকলোৰে মনত আনন্দ আৰু চিন্তাৰ বিবিধ ভাৱ খেলাইছে; মোৰ কিন্তু তাইলৈ এইবাৰ অনুকম্পা হৈছে। যদি তাইৰো ছোৱালী হয়, তায়ো হয়তো মোৰেই নিচিনা মনৰ কণ্টত ভুগিব লাগিব। +++

# ছোৱালী যেতিয়া ডাঙৰ হয়

সুমিত্ৰাৰ যিদিনা পদুমকলিৰ নিচিনা এজনী ছোৱালী হ'ল, সেই একান্ত পৰনিৰ্ভৰশীল মানবাকৃতিৰ ক্ষুদ্ৰ জীৱটোৰ মুখখনলৈ চাই তাইৰ মন গৰ্ভজাত সন্তানৰ প্ৰতি অবৰ্ণনীয় স্নেহত আপ্লুত হৈ গ'ল। নৱজাত জীয়েকৰ তুলতুলীয়া মুখখনলৈ চাই তাই ওচৰতে বহি আল ধৰি থকা মাকক ক'লে, "বুজিছা মাই, মই হ'লে এইজনীক বিয়া নিদিওঁ। বিয়া দিলেইতো গুচি যাব, আনে লৈ যাব।" তাইৰ যেন তেতিয়াই জীয়েকক বিয়া দি উলিয়াই দিবৰ হলেই। কেইঘণ্টামান আগতে জীয়েকৰ জন্ম হৈছেহে।

মাকে সুমিত্ৰাৰ কথা শুনি মিচিকিয়াই হাঁহিলে। ওচৰত থকা ধাইজনীয়েও মাতৃস্নেহাভিভূত এই নতুন জননীৰ কথা শুনি নাহাঁহি থাকিব নোৱাৰিলে। মাকে ক'লে, "জীয়েৰৰ বয়স আধাদিনো নহওঁতেই তোৰ বিয়াৰ চিন্তাই ধৰিলেনে? বাচি-বতি থাক। কিয় বিয়া নিদিবি? তোক জানো আমি বিয়া দি উলিয়াই দিয়া নাই? তইও দিবি। সংসাৰৰ ৰীতিয়েই এনেকুৱা।"

"নাই নাই, তোমালোকে চাবা বাৰু মই এইক কেতিয়াও বিয়া নিদিওঁ।"

"বাৰু বাৰু, থ সেইবোৰ এতিয়া। বাচি থাকোঁ যদি দেখিম বাৰু বিয়া দিয় নে নিদিয়। ভগৱানে সকলোকে কুশলে-মঙ্গলে ৰাখক মাথোন। তই এতিয়া টোপনি যাবৰ চেষ্টা কৰ।

তাৰ পাছত গৃহস্থালীৰ হেৰেক দৈনন্দিন কৰ্তব্য, সংসাৰৰ সুখ-দুখ, উত্থান-পতনৰ মাজেদি কেতিয়া যে বছৰবিলাক এটাৰ পাছত এটাকৈ গৈ গৈ সুমিত্ৰাৰ জীয়েকৰ বয়স পোন্ধৰ পাৰ হ'ল, তাই ততকে ধৰিব নোৱাৰিলে।

তাইৰ সেই অকণমান, নিতান্ত পৰমুখাপেক্ষী, নৱজাত শিশুই দিনে দিনে, মাহে মাহে, বছৰে বছৰে বাঢ়ি গৈ আজি পোন্ধৰ বছৰ পাৰ হ'ল। এই কেইবছৰৰ ভিতৰত সুমিত্ৰাই জীয়েকৰ এক এক

বয়সৰ এক এক অৱস্থা দেখি মৰমত কেতিয়াবা গলি গৈছে। কৰ্তব্য-বোধত সময়ত শাসনো কৰিছে। পিচত আকৌ অনুতাপ আহিছে। তাইৰ জীয়েকৰ প্ৰতিটো সুখ-সুবিধাৰ প্ৰতি সুমিত্ৰাৰ পাৰমানে চেষ্টাৰ ত্ৰুটি নাই। শিক্ষা, স্বাস্থ্য, চৰিত্ৰ সকলোপিনেদি জীয়েকক্নো কেনেকৈ সৰ্বোৎকৃষ্ট কৰি তুলিব পাৰে, তাৰবাবে তাইৰ কত চিন্তা, কত যত্ন। গিৰিয়েকৰ লগত কত প্ৰকাৰৰ আলোচনা বাদানুবাদ।

প্ৰথম প্ৰথম জীয়েকৰ চাৰি পাঁচ বছৰ বয়সতে, গিৰিয়েকৰ লগত জীয়েকৰ কথা ওলালেই সুমিত্ৰাই কৈছিল, "মই কিন্তু মোৰ ছোৱালীক বিয়া নিদিওঁ। উঃ মই হৰপায় প্ৰাণ দি মোৰ সন্তানক গঢ়ি তুলিম আৰু আনে আহি লৈ যাব?" গিৰিয়েকে স্নেহসিক্ত হাঁহি এটা মাৰি ঘৈণীয়েকৰ গালত আদৰেৰে এটা টিপা মাৰি কয়, "বাৰু সময়ত দেখা যাব।" সুমিত্ৰাইও জীয়েকক বুকুৰ মাজত তুলি লৈ গভীৰ স্নেহত চুমা এটা খাই উত্তৰ দিয়ে, "চাব বাৰু।"

এনেকৈ কেতিয়া যে তাইৰ ছোৱালীৰ সঁচাকৈ বিয়াৰ বয়স উপস্থিত হ'ল সুমিত্ৰাই গমকে পোৱা নাছিল। গম পালে সেইদিনা। যিদিনা তাইৰ জীয়েকৰ বিয়াৰ প্ৰস্তাৱ কৰি লেখা চিঠি এখন তাইৰ হাতত পৰিলহি।

সেইদিনা ৰাতিপুৱা সুমিত্ৰাই ৰান্ধনীঘৰৰ কামত ব্যস্ত হৈ থকা সময়ত গিৰিয়েকে হাঁহি হাঁহি এখন চিঠি হাতত লৈ তাইৰ আগত উপস্থিত হ'ল। দূৰৰ পৰা গিৰিয়েকে হাঁহিমুখে হাতত এখন চিঠি লৈ তাইৰ পিনে অহা দেখি, সুমিত্ৰা উৎসুক হৈ উঠিল—কাৰ চিঠি, কি চিঠি জানিবলৈ। চিঠিৰ বিষয় যে আনন্দদায়ক সেইটো গিৰিয়েকৰ মুখ দেখিয়েই তাই বুজি পাইছিল। কৌতূহলপূৰ্ণ মন লৈ তাই গিৰিয়েকৰ মুখলৈ চালে।

গিৰিয়েকে চিঠিখন তাইৰ হাতলৈ আগবঢ়াই দি ক'লে, "চোৱা, তোমাৰ ছোৱালীৰ বিয়াৰ প্ৰস্তাৱ আহিছে, মোৰ ছোৱালীৰ গুণ দেখিছা? নিবিড়াবোতেই বচাত বচা ঘৰ-বৰৰ পৰা তাইক ধৰিবলৈ চিঠি দিছে।"

"তোমাৰ ছোৱালীৰ বিয়াৰ প্ৰস্তাৱ" শুনি সুমিত্ৰা চক্ খাই উঠিছিল। সঁচাকৈয়ে তাইৰ ছোৱালী ইমান ডাঙৰ হ'লনে? বিয়া দিবৰ হ'লেইনে? সেইদিনাহে ওপজিছিল।

মাকৰ ঘৰত প্ৰথম সন্তানৰ আগমন অপেক্ষাত উদগ্ৰীৱ হৈ বৈ থকা দিনবোৰৰ কথা সুমিত্ৰাৰ মনত পৰে জীয়েকৰ জন্মৰ দিনটোৰ কথা, জলজল পটপটকৈ যেন চকুৰ আগত ভাহি উঠে। সেই অসহায়, অকণমান মুখখন! লগতে মনত পৰে, মাকৰ আগত অপৈণত মনৰ উচ্ছাসত কৰা প্ৰতিজ্ঞাৰ কথা। "মোৰ ছোৱালীক মই বিয়া নিদিওঁ। পৰে লৈ যাব, পৰ হৈ যাব।" সংসাৰ অভিজ্ঞ মাকৰ গহীন, মৰমিয়াল চাঁহিভৰা কথাষাৰো মনত পৰে, "বাচি থাকিলে দেখিম বাৰু।" এটা দীঘল উশাহ সুমিত্ৰাৰ বুকুৰ পৰা, বহু সোঁৱৰণী আৰু স্মৃতিৰ ভিতৰেদি ওলাই আহে।

অপৰিণত বয়সৰ কোমল মনৰ ভাববোৰ, পৈণত বয়সৰ অভিজ্ঞতা আৰু দূৰদৰ্শিতাৰ আগত, মনত পৰিলে প্ৰলাপ যেন বোধ হয়। সুমিত্ৰাইও তাইৰ প্ৰথম বয়সৰ চঞ্চলতা আৰু কোমলতা পাৰ হৈ আহিছে। সংসাৰত অভিজ্ঞতা লাভ কৰিছে—মনৰ দূৰদৰ্শিতা বাঢ়িছে।

এদিন সুমিত্ৰাইও মনৰ জোখাৰে ঘৰ-বৰ চাই, তাইৰ জীয়েকক বিয়া দিলে। দৰা-কইনা উলিয়াই দিবৰ সময়ত জীয়েকৰ চলচলীয়া চকু আৰু ব্যাকুলতাপূৰ্ণ মুখখনলৈ চাই, নিজৰ ভাঙি যাওঁ ভাঙি যাওঁ কৰা বুকুৰ মাজলৈ জীয়েকক সুমুৱাই লৈ কৈছিল, "নাপায় আই—মন বেয়া নকৰিবা। তাতে তুমি সুখে থাকা। তোমালোকক ঈশ্বৰে মঙ্গলে ৰাখক। জগতৰ এয়ে ৰীতি।"

জী-জোঁৱাই ওলাই যোৱাৰ পাছত জীয়েকৰ বিচ্ছেদ-কাতৰ, কান্দোনমুৱা মুখখনৰ কথা মনত পৰি সুমিত্ৰা অস্থিৰ হৈ উঠিল। ঈশ্বৰৰ ওচৰত জীয়েকৰ শতপ্ৰকাৰ মঙ্গল কামনা কৰিব খুজিও যেন মনত ঐকান্তিক ভক্তি আনিব নোৱাৰে। মনৰ ভিতৰত, বুকুৰ মাজত, চকুৰ আগত কেৱল জীয়েকৰ চলচলীয়া মুখখন ভাহি উঠে। সমস্ত যেন ধুঁৱলী কুঁৱলী হৈ যায়। মনটো ছাটিফুটি কৰিব ধৰে। স্নেহ-ভীৰু মনলৈ, বাৰে বাৰে ভগৱানক প্ৰাৰ্থনা জনায়, "প্ৰভু, তাইৰ ভাল কৰা, ভালে ৰাখা। তাই যেন সুখী হয়।"

বিয়া হৈ যোৱাৰ পাচতো, বহুদিনলৈ সুমিত্ৰাৰ কত চিন্তা। জীয়েক যথাৰ্থতে সুখী হ'ব পাৰিছেনে? মৰম পাইছেনে? মৰম দিব জানিছেনে? গিৰিয়েকৰ লগত, জীয়েকৰ নতুন জীৱন লৈ আকৌ

কত আলোচনা। গিৰিয়েকে ঠাট্টা কৰি সোঁৱৰায় "বিয়া নিদিও বুলিছিলা নহয়? দিলা দেখোন।" সুমিত্ৰাৰো ওঁঠৰ চুকত এটা সৰু হাঁহি বিৰিঙি উঠি মাৰ যায়। গহীন হৈ, গভীৰভাৱে কয়, "বিয়াতো দিলোঁ, এতিয়া ঈশ্বৰে সিহঁতৰ ভাল কৰিলে হয়। জোৱালীজনীৰ তাত বা মন বহিছেনে নাই?"

"বহিছে, বহিছে। কিয় ইমান ভাবা? তোমাৰ আনো মোৰ লগলৈ আহি মন বহা নাছিল।" গিৰিয়েকে পাতল সুৰত কয়,

এনেকৈয়ে জী-জোঁৱাইৰ কথা ভাবি, সিহঁতৰ চিঠি-পত্ৰ পাই থাকিলে নিশ্চিন্ত শান্তিত আৰু দুইচাৰি দিন খবৰ বাৰ্তা নাপালে, অস্বস্তিকৰ উৎকণ্ঠাত সুমিত্ৰাৰ দিন যায়। তেতিয়া সুমিত্ৰাই কোনো কামতে ভালকৈ মন দিব নোৱাৰে। গিৰিয়েকৰ পৰিচৰ্যাতো অ-নো-যোগিতা প্ৰকাশ পায়। গিৰিয়েকে ঠাট্টা কৰে "বুঢ়া হলো আৰু— নিজৰ তিৰোতাৰো অৱহেলা কৰা হ'ল। আৰু কি কৰিবা—জানাই নাজানাই চোলাটোৰ বুতামটো নিজেই লগাই ল'ব লাগিব।" সুমিত্ৰা লৰালৰিকৈ গিৰিয়েকৰ কাষলৈ আহে। হাতৰ পৰা চোলাটো লৈ কয়, "মনটো সঁচাকৈ বেয়া, দিয়ক দিয়ক আৰু ঠাট্টা কৰিব নালাগে। মই বেগেতে লগাই দিওঁ।" গিৰিয়েকে ঘৈণীয়েকৰ উৎকণ্ঠা বুজি পায়। ঘৈণীয়েকৰ মুখলৈ চাই নিমাতে চোলাটো আগবঢ়াই দিয়ে। চকুইমুখে সহানুভূতিসূচক সান্ত্বনাৰ আভা বিৰিঙি উঠে। সুমিত্ৰাইও গিৰিয়েকৰ স্নেহপূৰ্ণ সহানুভূতিৰ দৃষ্টি অন্তৰে-বাহিৰে উপলব্ধি কৰে। গিৰিয়েকৰ নিচেই ওচৰতে বহি, তাই চলচলীয়া চকুৰে তন্ময়ৰূপে হাতৰ কামত মন দিবৰ চেষ্টা কৰি কয়, "জোৱালীজনীক হ'লে বহুদিন দেখা নাই যেন লাগিছে। কেতিয়া বা আহিব সিহঁত।" কথাৰ লগে লগে চলচলীয়া চকুৰ পৰা ঝিৰ্ঝিৰ্কৈ চকুৰ পানী সৰি পৰে, বুতাম লগাই থকা অৱস্থাতে চোলাটোৰ ওপৰত কোনোমতে হাতৰ কামটো শেষ কৰি গিৰিয়েকলৈ চোলাটো আগবঢ়াই দিয়ে। গিৰিয়েকেও হাতমেলি চোলাটো লৈ নিমাতে উঠি যায়।

এদিন জোঁৱায়েকৰ পৰা এখন চিঠি পাই সুমিত্ৰাৰ গিৰিয়েকে হাঁহিমুখে ঘৈণীয়েকৰ কাষলৈ চিঠিখন লৈ কৌতুকৰ সুৰত ক'লে, "মই বাৰু কি আনিছো কোৱা!" সুমিত্ৰাও কৌতূহলপূৰ্ণ মন লৈ চায়। গিৰিয়েকে আকৌ কয়, "ওহো, চাবেই নহয়—ক'ব লাগিব,

তেহে পাবা।" সুমিত্রাই গহীন হোৱাৰ ভাও ধৰি কয়, "যাওক যাওক, বুঢ়া হ'ল আহি, তেওঁ ঠট্টা-তামাচা নুগুচিল।" "হয় নেকি?" বুলি গিৰিয়েকে হাঁহিমুখে খামৰ চিঠি এখন আগবঢ়াই দিলে। খামটো সুমিত্রাই জীয়েৰৰ চিঠি বুলি চিনি পাই তৎক্ষণাৎ পঢ়িবলৈ ল'লে। গিৰিয়েকে ঘৈণীয়েকৰ আনন্দ-উজ্জ্বল মুখলৈ চাই তাতে বহি থাকিল। যেতিয়া সুমিত্রাৰ চিঠিখন পঢ়া হ'ল তেতিয়া তাইৰ চকুৰে-মুখে আনন্দৰ জেউতি জিলিকি পৰিছে। বংমনে তাই গিৰিয়েকৰ মুখলৈ চালে। গিৰিয়েকে শান্ত আনন্দৰ সুৰত ক'লে, "বৰকৈ জীয়েৰাক ভাবলৈ হেঁপাহ কৰিছিলা নহয়—ঈশ্বৰে তোমাৰ কথা শুনিলে।" সুমিত্রায়ো মিচিকিয়া হাঁহি এটা মাৰি উত্তৰ দিলে, "এৰা, জোঁৱাই হেনো আকৌ দিল্লীলৈ বদলি হ'ল। তালৈ যোৱাৰ আগতে আমাৰ ইয়াত কেইদিনমান থাকি যাব বুলি লিখিছে। পাছে জোঁৱাই-জীয়ৰীক ইমান দূৰলৈ পঠিয়াই মোৰ যে মনৰ গতি কি হ'ব ভাবিয়েই পোৱা নাই।"

"সেইটোতো মই ভালকৈয়ে জানো। পাছে তেনেকৈ থাকিলেতো নহয়। বিয়া দিছা যেতিয়া জীয়েৰাক দূৰলৈ পঠাবও লাগিব।" গিৰিয়েকে কয়।

"মইও জানো সেইটো কথা গম নাপাওঁ?" অভিমানত সুমিত্রাই মাত লগায়। "পাচে মনে যে নেমানে। সেয়েহে হৈছে মজিয়া। যাওক বাৰু এতিয়া সেইবোৰ কথা। মোৰ বহুতো কাম পৰি আছে। সিহঁতলৈ ঘৰ-দুৱাৰ ঠিকঠাক কৰি ৰাখিব লাগিব আৰু কত কাম!" সুমিত্রা খৰ খোজে তাৰ পৰা উঠি গ'ল। গিৰিয়েকেও ঘৈণীয়েকৰ ব্যস্ত মূৰ্তিলৈ চাই, এটা স্নেহসিক্ত হাঁহি মাৰি তাৰ পৰা উঠি গ'ল।

যিদিনা জীয়েক জোঁৱায়েক অহাৰ দিন পৰিল, সেইদিনা ৰাতি পুৱাও নুপুৱাওতেই সুমিত্রা বিচনাৰ পৰা উঠিল। আৰম্ভ হ'ল সৰা, মচা বন্ধা বঢ়া। লগুৱাক উপদেশ, বান্ধনিক বুজনি ইত্যাদি। সময় যেন আৰু নাযায় নুপুৱায়। গিৰিয়েকক এবাৰকম টানিতুনি বিচনাৰ পৰা তুলি, সোনকালে চাহ খোৱাৰ চেষ্টা মাৰি লয়। গাধোৱা ঘৰত সৰহকৈ পানী ভোজাই থয়। জীয়েকক গা ধোওতে সৰহকৈ পানী লাগে। গা ধুবলৈ পানী কম হলেই তাইৰ সদায় আঁসোৱাহ।

হাজাৰ ভাত আজা দিয়া—ভাতৰ পাতত এটুকুৰা নেমু, এটা কেঁচা জলকীয়া আৰু অকণমান নিমখ-তেল নহলে তাইৰ মোৰাত ৰুচি নালাগে। আনে কোনে তাইৰ মন বুজি এইবিলাক দিব জানিব? মাকৰ মন একমাত্ৰ সন্তানৰ আদৰ-আবদাৰৰ কথা ভাবি গলি যায়। সন্তানৰ স্নেহত উদ্বেলিত মন লৈ কাম-বনত মন দিয়ে।

সকলো জা-যোগাৰ কৰি সুমিত্ৰাই ঘনে ঘনে ঘড়ীটোলৈ চায়। আৰু কিমান সময় আছে? বাৰে বাৰে গিৰিয়েকক মনত পেলাই দিয়ে ষ্টেচনলৈ যাবৰ হৈছে। ৰেল আহিবৰ সময় হ'লেই। ঘৈণী-য়েকৰ অস্থিৰতা দেখি গিৰিয়েকে তত নাপাই সময়ৰ আগতে ষ্টেচনলৈ বুলি যাবলৈ ওলায়। ষ্টেচনৰ পৰা জীয়েক জোঁৱায়েকক কেনেকৈ আনিব, সিহঁতৰ মাল-পত্ৰৰ কি ব্যৱস্থা কৰিব লাগিব ইত্যাদি কথা বাৰে বাৰে সোঁৱৰাই দি সুমিত্ৰাইও গিৰিয়েকৰ লগে লগে চ'ৰা ঘৰলৈ ওলাই আহে।

চ'ৰা ঘৰৰ মেজৰ ওপৰত নীলা খাম এখন পৰি থকা দেখি সুমিত্ৰা মেজৰ ওচৰ চাপি যায়। খামৰ ওপৰত জীয়েকৰ হাতৰ আখৰ দেখি মনটো চিৰিংকৈ উঠে। ততাতৈয়াকৈ খামটো খুলি পেলায়। চিঠিখন পঢ়ি থাকোঁতে সুমিত্ৰাৰ মুখৰ বৰণ শেঁতা পৰি যায়।

ঘৈণীয়েকৰ মুখৰ ভাব দেখি গিৰিয়েক থমকি ৰয়। ঘৈণীয়েকৰ হাতৰ পৰা চিঠিখন নি পঢ়ি চায়। জীয়েকে লেখিছে যে দিল্লীৰ পৰা তৎক্ষণাত কামত উপস্থিত হ'ব লাগে বুলি টেলিগ্ৰাম পোৱাৰ কাৰণে সিহঁতৰ আৰু মাকৰ ঘৰলৈ অহা নহ'ল। চিঠি যিদিনা লিখিছে তাৰ পাচদিনাই সিহঁতে দিল্লীলৈ বুলি যাত্ৰা কৰিব। একে-বাৰে পূজাৰ বন্ধতহে ঘৰলৈ আহিব। দূৰ ঠাইলৈ যোৱাৰ আগতে, মাক পিতাকৰ লগত কিছুদিন থাকি যাবলৈ তাইৰ বৰ ইচ্ছা আছিল, কিন্তু কি কৰিব? কামত যে জোঁৱায়েকে উপস্থিত হ'বই লাগে, অতি সোনকালে। জোঁৱায়েকে তাইক মাকৰ ঘৰত থৈ অকলেই দিল্লীলৈ যাব খুজিছিল। পাছত আহি তাইক লৈ যাব বুলি কৈছিল। কিন্তু ইমান দূৰৰ পৰা দুবাৰ তিনিবাৰ অহা-যোৱা কৰাত দিগদাৰি বহুত, পইচাও অযথাতে খৰচ হয়। গতিকে সকলোৱে তাইকো একে-লগেই যোৱা ভাল বুলি ক'লে। গতিকে এইবাৰ আৰু ঘৰলৈ যোৱা

নহ'লে। পূজাৰ বন্ধৰ লগতে আৰু কিছুদিনৰ ছুটি লৈ দুয়ো আহিম, ইত্যাদি ইত্যাদি।

চিঠিখন পঢ়াৰ পাছত, স্বামী-স্ত্ৰী দুয়ো যে ভালে কুশলে আছে, সেইটো জানি সুমিত্ৰাৰ গিৰিয়েকে এটা স্বস্তিৰ নিশ্বাস পেলালে। মুখত এটা করুণ হাঁহিও ওলাও ওলাওঁকৈ বিৰিঙি উঠে। সন্তুষ্ট মনে ঘৈণীয়েকৰ মুখলৈ চালে।

সুমিত্ৰাই একো নেমাতিলে। কেৱল তাইৰ বুকু ভাঙি এটা দীঘল হুমুনিয়াহ ওলাই বতাহত মিলি গ'ল। আজি তিনি চাৰি দিনৰ ব্যাকুল প্ৰতীক্ষা, আশা-যোগাৰ সমস্ত অনৰ্থক হৈ পৰিল। এটা সহিব নোৱাৰা, বৰ্ণাব নোৱাৰা বেদনাৰ মাজতো, আন এটা সুগভীৰ সুখ আৰু শান্তিৰ ভাবে মনত একেলগে উকি মাৰিব ধৰিলে।

এদিনে যেনেকৈ স্বামী-স্ত্ৰীৰ দৈতজীৱনৰ মিলা-প্ৰীতিৰ আভাস পাই মন শান্ত হ'ল, আনদিনে যেন বুকুখন তেনেকৈয়ে উদং হৈ গ'ল।

চকুপানী মিশ্ৰিত মুখত হাঁহি লৈ সুমিত্ৰাই গিৰিয়েকৰ প্ৰসাৰিত বাহুৰ মাজত নিজৰ মূৰটো থৈ আকৌ এটা দীঘল হুমুনিয়াহ এৰিলে। ++

# ল'ৰা যেতিয়া ডাঙৰ হয়

'কাত্যায়নীৰ ল'ৰা ডাঙৰ হৈছে। আচৰিত হয়, কাত্যায়নীয়ে তাইৰ ল'ৰাৰ কথা ভাবি। মনত হয়, যেন সেইদিনাহে হৈছে সেই কেঁচুবা অসহায় ল'ৰাটো। কাত্যায়নীৰ সমস্ত দেহ মনৰ ওপৰত প্ৰচণ্ড অধিকাৰৰ দাবী লৈ যেন সি জন্মিল। আগমনৰ আয়োজনৰ লগে লগেই দেহ মনৰ ওপৰত কি কঠোৰ শাসন আৰম্ভ কৰে এই অতি ক্ষুদ্ৰ মানৱশিশুটিয়ে। সিহঁতৰ শাসন কঠোৰ হলেও যেন এটা অপূৰ্ব পুলক আৰু স্নেহ মিশ্ৰিত হৈ কোমল, মনোৰঞ্জন হৈ উঠে। মৌখিক অসন্তোষ একো নাই। শাসনকাৰীৰ কঠিন বাক্যৰ গহীন আদেশো নাই। ভয় বা সমীহ কৰি চলিবৰ কোনো কাৰণেই নাই। কিন্তু তথাপি সিহঁতক অনাদৰ বা অৱহেলা কৰিবৰ উপায় নাই। অকস্মাৎ এটা ক্ষীণ কান্দোন, অৰ্থশূন্য এটা মিচিকিয়া হাঁহি যেন দেখা মুখৰ বিকৃতি, এইবিলাকৰ দ্বাৰা যেন বিশ্বজগতক সদায় সিহঁতে সচেতন কৰি ৰাখে সিহঁতৰ অস্তিত্বৰ বিষয়ে। তাক আওকাণ কৰিবৰ শক্তি নাই। নিতান্ত পৰমুখাপেক্ষী। কিন্তু তথাপি নীৰৱ শাসনৰ কি দৃঢ় কঠোৰতা!

ভাবি থাকিলেও যেন কাত্যায়নীৰ ভাবনাৰ আৰু ওৰ নপৰে। সেই অসহায় শিশু লাহে লাহে ডাঙৰ হ'ব ধৰিলে। উবুৰি হোৱাৰ পৰা খুকুৰ খুকুৰকৈ খোজ কাঢ়িব পৰা হ'ল। তাৰ পাছত ওলাল ঠুনুকঠানাক মিঠা মাত। সকলো সময়তে, সকলোকে অনুকৰণ কৰিবৰ ব্যৰ্থ চেষ্টা। তাৰ পাছত নিতান্ত শিশু অৱস্থাৰ পৰা যেতিয়া অলপ ডাঙৰ হ'ল, হাতত কিতাপ কলম লৈ, নানা হিজিবিজি আঁক আঁকি নিজৰ ইচ্ছামতে যিহকে মন যায় তাকে এদিনৰ পৰা পাৰ্যমানে তাৰ ঘৰে পঢ়ি পঢ়ি এদিন সঁচাকৈয়ে অ আ ক খ পঢ়িব পৰা হ'ল, সেইদিনাও জানো কাত্যায়নী কম আচৰিত হৈছিল তাইৰ ল'ৰাৰ হাতৰ বেঙাবেঁকি, অসমান আখৰকেইটা দেখি? তাৰ পাছৰ অজস্ৰ পাবেৰে সৈতে এখনকিমান আভুৰিটো, কিতাপৰ ভাৰৰ

ডাওৰ আখৰবিলাকৰ তলত বুলাই বুলাই পঢ়া অ আ শুনিয়েই জানো তই কম গৌৰৱ অনুভৱ কৰিছিলি পুতেকৰ কথা ভাবি ?

এতিয়া সেই ল'ৰা আৰু শিশু নাই। সি এতিয়া নিয়মমতে স্কুললৈ যায়, লগৰীয়াৰ লগত ফুটবল খেলে। তাৰ আখৰবিলাক হৈছে সুন্দৰ, সমান সমান। পঢ়িবৰ সময়ত আখৰৰ তলত হাত বুলাই বুলাই আখৰ চিনিব নালাগে। কিতাপখন মেলি লৈ এপিনৰ পৰা পঢ়ি যাব পাৰে অনৰ্গলভাৱে। আগৰ দৰে মাককেই কেন্দ্ৰ কৰি তাৰ জগতখন নাই। সি আজিকালি নানা কথা কয়। স্কুলৰ কথা, মাষ্টৰৰ কথা, ল'ৰাৰ কথা, কত কি কৈ যায় সি এপিনৰ পৰা! মাকৰ বাহিৰেও মুকলি সংসাৰৰ লগত তাৰ পৰিচয় হ'বলৈ ধৰিছে। নতুন পৰিচয়ৰ সঙ্কোচ-শঙ্কাই এতিয়াও তাক বাধা দিয়ে। বহিৰ্জগতত এতিয়াও সি নতুন প্ৰবেশক। সেই কাৰণেই বোধকৰো মাকৰ ওপৰত তাৰ নিৰ্ভৰতাৰ এতিয়াও অন্ত পৰা নাই। স্কুল, লগৰীয়া, খেলা-ধূলা এইবিলাক তাৰ জীৱনত লাহে লাহে সোমাব ধৰিছে। মনটোক এতিয়াও একেবাৰে অধিকাৰ কৰা নাই। সেই দেখিয়েই হ'ব পায়, সি মাকক লগ পালেই কোলাত বা ওচৰত বহি এপিনৰপৰা কৈ যায় তাৰ বাহিৰা জগতত ঘটা ক্ষুদ্ৰ ক্ষুদ্ৰ ঘটনা বিলাকৰ কথা।

কিছুমান শুনি কাত্যায়নীয়ে হাঁহে। আকৌ কিছুমান শুনি আতঙ্কত শিয়ঁৰি উঠে। তাক আৰু তেনে কাম নকৰিবলৈ বা তেনে কথা নকবলৈ শিকাই দিয়ে। ল'ৰায়ো তৎক্ষণাত মাকৰ বুজনিতে মান্তি হয়। ভৱিষ্যতে সেই বুজনি মনত থাকিব নে নাথাকে, তাৰ বাবে বিশেষ চিন্তা নকৰি কাত্যায়নীয়ো মনে মনে এটা স্বস্তি অনুভৱ কৰে।

আজিকালি স্কুললৈ যাওঁতে বা ছুটিৰ পিচত ঘৰলৈ আহোঁতে, তাৰ লগত লগুৱা থাকিলে সি লাজ পায়। ঘৰত আহি মাকৰ আগত ঘোৰ আপত্তি তোলে, কিয় লগুৱা পঠাইছিলি বুলি। সমনীয়াৰ আগত সি লাজ পায়, নিৰ্ভৰতা দেখুৱাবলৈ। সিও যে আনৰ দৰেই ডাঙৰ হৈছে, আনৰ দৰেই কাৰো ওপৰত নিৰ্ভৰ নকৰি স্কুললৈ যোৱাঅহা কৰিব পাৰে, তাকে দেখুৱাবলৈ সি ব্যস্ত। পুতেকৰ অসাধিত কাত্যায়নীয়েও কেতিয়াবা লগত চাকৰ নপঠায়। কিন্তু

দুঃশ্চিন্তাত মন ব্যাকুল হৈ উঠে। বাটত কত বিপদ। মটৰ, ঘোঁৰা, গোবৰ। গোবৰত যদি ভৰি পিচলি সি বাটৰ মাজতে পৰি যায়, আৰু দুইপিনৰ পৰা দুখন মটৰ আহে! কাত্যায়নীয়ে আৰু ভাবিব নোৱাৰে। মনে মনে ঈশ্বৰক সুঁৱৰি তৎক্ষণাত লগুৱা এটা দৌৰাই পঠিয়াই দিয়ে ল'ৰাৰ পিচে পিচে। ল'ৰাই হয়তো তেতিয়ামানে স্কুল পাইছেগৈ। কিন্তু তথাপি মাকৰ মনে শান্তি নাপায়।

সময় অ.গবঢ়াৰ লগে লগে ল'ৰাৰ বয়সো আগবাঢ়ি যায়। সি এতিয়া স্কুলতো অলপ ওখ শ্ৰেণীত পঢ়ে। আৰু ডাঙৰ যে ভালকৈয়ে হৈছে, সেই বিষয়ে নিজৰ মনটোক তীক্ষভাৱে সচেতন কৈ ৰাখে। কাত্যায়নীয়ে মৰম কৰি চুমা খাব খুজিলে লাজ পাই সি দৌৰি পলায়। চুলি কেইডাল বিশৃঙ্খল হৈ থাকিলে ভালকৈ আঁচুৰি দিব খুজিলে মাকৰ হাতৰ পৰা খপ্ কৰে ফণীখন কাঢ়ি লৈ নিজেই আঁচোৰে। পেণ্টৰ ওপৰেদি কামিজটো কোঁচমোচ খাই ওলাই থাকিলে, সেইটো ভালকৈ দিব ধৰিলে, মনে মনে সি ভীষণ অস্বস্তি অনুভৱ কৰে। কাত্যায়নীয়ে তাৰ মনৰ ভাব বুজি পায় আৰু মনে মনে হাঁহে।

কেতিয়াবা সি কাপোৰ-কানি পিন্ধি ফুৰিবলৈ ওলাই যায়। সেই বিষয়ে স্বাধীনতা এতিয়াও কেৱল 'ফুটবল' খেলা 'ফিল্ড' পৰ্যন্তহে আবদ্ধ। সেই দেখি সি সদায় মাকৰ আগত আপত্তি কৰে, "এতিয়া ডাঙৰ হৈছো কিয় তইঁতে মোক ইচ্ছামতে ফুৰিব নিদিয় সকলোৰে লগত?" মাকে মিচিকিয়াই হাঁহি তাৰ বুটাম মাৰিব পাহৰা পেণ্ট-টোলৈ দেখুৱাই ৰহস্যৰ সুৰত কয়, "ল'ৰাটো ডাঙৰ হলেই বোপাই। পিচে পেণ্টৰ বুতাম হ'লে মাকেহে মাৰি দিব লাগে এতিয়াও।" ল'ৰাই লাজ পায়। নিজৰ গাত পিন্ধি থকা পেণ্টটোলৈ এবাৰ চাই 'খেৎ' বুলি তাৰ পৰা দৌৰি পলাই যায়। কোমল বয়সীয়া পুতেকৰ ডাঙৰ হ'বলৈ ব্যগ্ৰতা দেখি কাত্যায়নীয়ে কৌতুক অনুভৱ কৰে, মনত এটা অহেতুক শঙ্কাৰ ভাবো উপস্থিত হয়।

এদিন সবাই স্কুলৰ পৰা গ্ৰাম হেগাহ ক্লেপই অসময়তে আহি ঘৰ ওলায়। শঙ্কিত মনে কাত্যায়নী বাজনী ঘৰৰ পৰা ওলাই আহিল। মাকক দেখিয়েই সি মহা হুলস্থূল লগাই দিলে। বিস্তাসিনা যোজে সিহঁতৰ স্কুলৰ 'ফুটবল' খেলাৰ 'টিম'টো মটৰ বাহত উঠি

ত্ৰিশ চল্লিশ মাইল দূৰলৈ যাব, আন এখন হাইস্কুলৰ 'টিম'ৰ লগত 'মেচ্' খেলিবলৈ। স্কুলৰ, বিশেষকৈ তাৰ শ্ৰেণীৰ ল'ৰা প্ৰায় সকলোবিলাকেই হেনো যাব। গতিকে তাকো যাবলৈ লাগে। সকলোৰে যাব, লগত দুজন মাষ্টৰো যাব; তেনেহলে তাৰ যোৱাতেইনো মাকৰ ইমান আপত্তি কিয়? সি এইবাৰ যাবই যাব। ভাওৰ হৈছে, এতিয়াও কেৱল মাকৰ লগতে থাকিলেই হ'বনেকি?

'লৰাৰ মন মাকে জানে। তাক বঢ়াই বুজাই ক'লে, "বাক এতিয়াতো হাতমুখ ধো, জিৰণি ল'। দেউতাৰা আহক বাক, তেতিয়া ভাবি চাম।" "আকৌ সেই ভবাৰ কথা। ভাবিবৰনো কি আছে? যাবলৈ দিলেই দেখোন হ'ল।" অভিমানত ল'ৰাই মুখখন এপাচিমান কৰি ভোৰভোৰাই উঠিল, "সেইবিলাক মুখৰ কথাৰে নহ'ব। মোক যাব দিবই লাগিব হঁ, নহ'লে—নহ'লে---। নহ'লে যে কি কৰিব একো ভাবি নাপাই মুখ ওফোন্দাই জুপুকা মাৰি বহি থাকিল।

যথা সময়ত দেউতাকে মাকৰ পৰা কথাটো শুনে। পুতেকক ওলাবলৈ মাতে। গহীন মুখ, ধীৰ খোজ লৈ পুতেক গৈ বাপেকৰ আগত তলমূৰ হৈ থিয় দিয়েগৈ। তাৰ চালচলন দেখি বাপেক-মাকৰ চকুৰে চকুৰে এটা কৌতুকপূৰ্ণ দৃষ্টি বাগৰি যায়। বাপেকে পুতেকৰ হাতখনত ধৰি ওচৰলৈ টানি নিয়ে। তাক সুধিব ধৰে কেতিয়া যাব, কোন কোন যাব, কাৰ লগত খেলিব, কেতিয়া উভতিব, এইবিলাক কথা। ল'ৰাই অপ্ৰসন্ন দিহে এটা এটাকৈ বাপেকৰ প্ৰশ্নৰ সংক্ষিপ্ত উত্তৰ দি যায়; আৰু কোনো কথা নকয়। বাপেক উঠি ফুৰিবলৈ ওলায়। মাকে আন কামত লাগে। ল'ৰাই কিন্তু ঘৰৰ ভিতৰলৈ গৈ শেতেলীত পৰি মূৰে-গাই কাপোৰ লৈ শুই থাকে।

সেইদিনা ৰাতি তাক কোনেও ভাত খাবলৈ তুলিব নোৱাৰে। তাৰ দুৰ্ধোৰ জেদ, ফুটবল খেলা চাবলৈ যাব নিদিলে সি ভাতপানী একো নাখায়। অৱশেষত মাকে যেতিয়া দেখিলে যে 'যাবলৈ দিম' নুবুলিলে ল'ৰাই ৰাতিটো লঘোনে ভোকেই পৰি থাকিব, তেতিয়া তাক টৈ ক'লে যে যদি ভাতকৈ ভাতপানী খায় তেনেহলে হয়তো যাবলৈ দিবও পাৰে। একেবাৰে 'যাবলৈ দিব' বুলিব নোৱাৰিলে। পুতেকে মাকৰ কথাত সম্পূৰ্ণ বিশ্বাস কৰিব নোৱাৰিলে যদিও, মনে মনে কিন্তু আশা নকৰিও থাকিব নোৱাৰিলে। উঠি আহি ভাতপানী

খালে। মনটো কিন্তু প্ৰসন্ন নহ'ল। ভাতৰ পাতত যি পালে তাকে খাই উঠি গ'ল। একো নুসুধিলে, বা এইটো নাখাওঁ, সেইটো দে বুলিও কোনো আপত্তি নকৰিলে। সুধিলে কিজানি আৰু ওঁকোন্দ লাগে, সেই আশংকাত মাকেও একো নক'লে।

ৰাতি দেউতাক ঘুৰি আহিল। গিৰিয়েকৰ আগত ভাতৰ কাঁহীখন থৈ, মাকে ক'লে, পুতেকে আজিকৈ ভাত নোখোৱাৰ কথা। দেউতাকে মাত লগালে, "মই তাৰ মাষ্টৰৰ ওচৰলৈকে গৈছিলোঁ। দুজন মাষ্টৰ যাব, আন ল'ৰাও বহুতো যাব। আৰু যাত্ৰা অহাৰ দিহাও ভালদৰে কৰিছে; একেদিনাই গধূলি উভতি আহিব। যাও-কেই, সি ইমান হেঁপাহ কৰিছে। আৰু মই মাষ্টৰকো অনুৰোধ কৰি আহিছোঁ, সি গ'লে তাৰ প্ৰতি যেন অলপ লক্ষ্য ৰাখে। এতিয়া বুজা হৈছে, লগৰীয়াবিলাক যাব। সিওতো ইচ্ছা কৰিবই যাবলৈ।"

গিৰিয়েকৰ কথা শুনি কাত্যায়নী অসন্তুষ্ট হ'ল। নিজৰ কিন্তু পুতেকক ইমান দূৰলৈ, ঘৰৰ মানুহ এজনো লগত নোহোৱাকৈ যাব দিবলৈ এমুঠি মন নাই। সি অকলে অকলে ইমান দূৰ যোৱাৰ কথা ভাবিলেই ৰকম ৰকমৰ বিপদ আপদৰ কথা আহি তেওঁৰ মন ভুৰাই পেলায়। ইচ্ছা কৰিলেও ভাল চিন্তাবিলাক মনলৈ নাহে। কেৱল বেয়াহে যেন হ'ব, সংসাৰৰ আটাইবিলাক বিপদে যেন কাত্যায়নীৰ ল'ৰাকেহে হেঁচা মাৰি ধৰিবলৈ বৈ আছে।

পিচদিনা ৰাতিপুৱা চাহ খোৱাৰ সময়লৈকো ল'ৰা উঠি নাছিল। ৰাতিপুৱা শেতেলীত সি শুনিছিল মাক-বাপেকে তাৰ যোৱাৰ কথাকে কোবাকুই কৰিছে। দুটা কথা শুনিয়েই সি বুজি পালে যে মাকৰ তাক যাবলৈ দিবৰ মন নাই। কালি ৰাতিৰ কথাটো কেৱল তাক ভাত খুৱাবৰ কাৰণেহে কৈছিল, সঁচাকৈ নহয়। ৰাতি ভাতপানী পেটত পৰাৰ পাছত তাৰ খঙো লাহে লাহে কমি গৈছিল আৰু যাবলৈ পাব বুলি মনত এটা ক্ষীণ আশাও হৈছিল। কিন্তু ৰাতিপুৱাই মাকৰ কথা শুনি তাৰ খঙটো হৈ আকৌ নতুনকৈ লাগিল। মনে মনে নিজৰ ওপৰতো খং উঠিল। কিয়নো সি কালি ৰাতি ভাত খাইছিল। ভাত নাখালেতো আজি নিশ্চয় যাবলৈ পালেহেঁতেন।

ল'ৰাক বহুত সময় উঠি নহা দেখি বাপেক গ'ল মাতিবলৈ। তাক উঠি মুখ হাত ধুই 'স্কুটাৰ' মেলা চাব যাবলৈ সাজু হ'বলৈ

ক'লে। বাপেকৰ কথা শুনি পুতেকে কাপোৰৰ তলৰ পৰা মুখখন উলিয়াই চালে। চকুদুটা উজ্জ্বল হৈ উঠিল। বাপেকৰ মুখলৈ চাই বুজিবৰ চেষ্টা কৰিলে, কথাটো পতিয়াব পাৰিনে নোৱাৰি। পুতেকৰ বেহৰকম দেখি অলপ হাঁহি বাপেকে ক'লে, "সঁচাকৈয়ে যাবি আহ। মই কৈছো যেতিয়া যাবলৈ দিম।" আৰু একো কথা শুনিবৰ ধৈৰ্য পুতেকৰ নাথাকিলে। আগদিনা আবেলিৰ পৰা পিচদিনা পুৱালৈকে লাগি থকা তৈহৰ কথা তৎক্ষণাত পাহৰি গ'ল। জাপ মাৰি চাল-পিৰাৰ পৰা নামি, একেলৰে গৈ মাকৰ ওচৰ পালেগৈ। মাকক আশ্বাস দিছে, "বুজিছ মাই তই একো ভয় নকৰিবি। মই খুব ভালকৈ থাকিম, কতো একো বেয়া বস্তুও নাখাওঁ। আৰু গধূলিলৈতো আহিমেই, দেই মাই?" কাত্যায়নীয়ে তাক অসংখ্য বাৰ সাৱধানে যাবলৈ, ভালকৈ থাকিবলৈ কৈ, লৰালৰিকৈ কণী আলু ভাতত দিয়াৰে এমুঠি ভাত খুৱাই দিলে। ভাতকেইটা পেটত পেলায়েই ল'ৰা দৌৰ মাৰিলে স্কুললৈ। কাৰণ 'ফুটবল' খেললৈ যোৱা সকলো ল'ৰাবে স্কুল ঘৰৰ কম্পাউণ্ডত গোট খোৱাৰ কথা।

ল'ৰা গ'ল। মাকে কিন্তু সেই ঠাইতে পুতেকে আধা খোৱা ভাতৰ কাঁহীখনলৈ চাই, নিশ্চল হৈ বহি থাকিল। ঘৈণীয়েকক তেনেকৈ বহি থকা দেখি গিৰিয়েকে ধেমালিৰ সুৰত মাত লগালে, "কি ভাবিছা? ল'ৰা তোমাৰ ডাঙৰ হৈছে। ইয়াৰ পাছত ক'হানিবা বোৱাৰী আহেহে লাগে।"

কাত্যায়নীয়ে কিন্তু গিৰিয়েকৰ ৰহস্যত যোগ দিব নোৱাৰিলে। মনত কেৱল কুচিন্তাহে খেলায়। মইৰ বাহুত যোৱা কথা। তাতে আকৌ ফুটবল খেল। কত কি পানী-দুনী খাই আহি অসুখ বিসুখ কৰে, সে গৌৰি জগিয়াই হাত ভৰিকে এখন ভাঙি আনে তাৰ কোনো ঠিক নাই। হে ভগৱান, সি যেন ভালেকুশলে উভতি আহি পায়হি প্ৰভু! ল'ৰাটো ঘুৰি নাহে মানে মনত কোনোৰকমে শান্তি নাই। কৰ্ত্তব্যৰ খাতিৰত কাম-বন কৰিব লগীয়াত পৰে। মনটো কিন্তু উদ্গ্ৰীৱ হৈ থাকে কেতিয়া ল'ৰাটো আহি পায়।

দুপৰীয়াৰ দীৰ্ঘ অৱসৰৰ লেনু পাই চিন্তাই আকৌ কাত্যায়নীৰ মনটো আগুৰি পেলায়। সেই কেঁচুৱা ল'ৰা আজি ডাঙৰ হৈছে। যেতিয়া সি সঁচাকৈয়ে সকলো বিষয়তে, একেবাৰে কেৱল মাকৰ

ওপৰতে নিৰ্ভৰশীল আছিল, তেতিয়া কাত্যায়নীয়ে কতদিন মনে মনে ভাবিছে ল'ৰাটো কেতিয়া ডাঙৰ হ'ব, কেতিয়া নিজে নিজে খাব পৰা, গা ধুব পৰা, ফুৰিব মেলিব পৰা হ'ব। কেঁচুৱাক প্ৰতিপাল কৰি ডাঙৰ কৰাৰ পৰা কেতিয়া অৱসৰ পাব তাৰ কাৰণে তেওঁৰ মন ব্যগ্ৰ হৈ উঠিছিল।

কিন্তু আজি সঁচাকৈয়ে ল'ৰাক ডাঙৰ হোৱা, আত্মনিৰ্ভৰশীল হোৱা দেখিও দেখোন স্বস্তি নাপায়। ল'ৰা তেওঁৰ ডাঙৰ হওক, দোপত-দোপে বাঢ়ি যাওক; ঠাল ঠেঙুলী মেলি আঁহত পুলি বঢ়াৰ দৰে জ্ঞান, বুদ্ধি, স্বাস্থ্য, আয়ু, ধন-জন, সকলো তাৰ বাঢ়ি যাওক। কিন্তু ল'ৰা বঢ়াৰ লগে লগে যে মনৰ চিন্তা আৰু অশান্তিও বাঢ়ি যাব ধৰিলে। তেওঁতো ভবা নাছিল এনে হ'ব বুলি।

গভীৰ অশান্তি আৰু চিন্তাত কাত্যায়নীৰ মন অৱস হৈ পৰে।

+++

# এজনী ছোৱালী আৰু এটা মেকুৰী পোৱালী

সন্মুখত ফুলৰ বাগিচা, পিচফালে শাক-পাচলিৰ বাৰী আৰু কেইজোপামান প্লাম, পীচ, এপ্ৰিকট, আপেল, এইবিলাক ধুনীয়া ফুল ফুলা, ৰসাল সুমিষ্ট ফল হোৱা, ফলফুলৰ গছৰ মাজত, দক্ষিণ পূবমুৱাকৈ সজা সুপৰিকল্পিত এটা বঙলা ঘৰ।

এই ঘৰৰে এটা আহল বহল শোৱনী কোঠাৰ ভৰিশিতানৰ বেৰাখনৰ, গাত এখন ফটো। ফটোখন এজনী ন-দহ বছৰীয়া ছোৱালীৰ। ধুনীয়াকৈ আঁচোৰা চুলিত এডাল বহল ফিতাৰ 'বো' বন্ধা। গাত স্কুলৰ পৰিপাটি 'ইউনিফৰ্ম'। সেইদিনৰ নিয়মমতে ভৰিত দীঘল মোজা আৰু সৰু 'হিল' থকা জোতা।

ছোৱালীজনীৰ দুই হাতৰ মাজত, বুকুৰ মাজলৈ অতি আদৰেৰে সাবটি লৈ থকা এটা চকচকীয়া বগা মেকুৰী পোৱালী। ফটোখনৰ ছোৱালীজনীৰ মুখত যেন সন্তুষ্টি, তৃপ্তি আনন্দ, গৌৰব এই সকলোবোৰ অনুভূতি একেখোপা হৈ প্ৰস্ফুটিত হৈ উঠিছে।

ওপৰত বৰ্ণোৱা সেই ঘৰৰ, সেই শোৱনী কোঠাত এখন বগলী পাখীৰ দৰে চকচকীয়া, কোমল বিছনা। বিছনাখনৰ ওপৰত এগৰাকী আদহীয়া তিৰোতাই, বয়সজনিত অনিদ্ৰাৰ কবলত, ৰাতি আধা ভোৰতে সাৰ পাই, হাজাৰ ৰকমৰ চিন্তা-ভাৱনাৰ মাজত উটিবুৰি ফুৰিছিল। যেতিয়া ৰাতিপুৱাৰ কেঁচা ৰ'দ চেৰেঙাৰ, আইনা লগোৱা দৰজা খিড়িকী কেইখনৰ ফাঁকেদি শোৱনী কোঠাটোৰ ভিতৰখন এটা উষ্ণ, কোমল পোহৰেৰে ভৰাই পেলালে, সেই আদহীয়া তিৰোতা গৰাকীয়ে টঙটনাম লৈ বিছনাৰ ওপৰত উঠি বহিল।

বহি থকা অৱস্থাত তেওঁৰ দৃষ্টি হঠাতে সেই ভৰিশিতানৰ বেৰখনত ওলমি থকা মেকুৰীপোৱালী লৈ থকা অকণমানি ছোৱালীজনীৰ ফটোখনৰ ওপৰত পৰিল। তেওঁ আচৰিত হৈ মুগ্ধ হৈ বিমোহিতৰ দৰে ফটোখনৰ পিনে ৰ' লাগি চাই ৰ'ল।

সেই মেকুৰী পোৱালীটো, সেই ছোৱালীজনী তেওঁৰ যে বৰ আপোন, অতি পৰিচিত। ছোৱালীজনীয়ে কোলাত লৈ থকা মেকুৰী পোৱালীটো এদিন হেৰাই গৈছিল। স্কুলৰ পৰা ঘূৰি আহি, নিজে চাহ জলপান খোৱাৰ সময়ত সদায় মেকুৰী পোৱালীটোক ওচৰত বহুৱাই লৈ 'প্লেট' এখনত তাই কাটি গাখীৰ দিয়ে।

সেইদিনাও অভ্যাসমতে মেকুৰী পোৱালীটোক মাতি মাতি তাই ক'তো বিচাৰি নাপালে। আনদিনা হলে তাই এবাৰ দুবাৰ মাতিলেই, যতেই নাথাকক, পোৱালীটো 'মেওঁ মেওঁ'কৈ দৌৰি দৌৰি আহি ছোৱালীজনীৰ কাষ পায়হি। ভৰি দুখনত মুখখন, মূৰটো ঘঁহি ঘঁহি দি গাৰ ভিতৰত মৃদু 'ঘোৰোৰ্ ঘোৰ' শব্দ এটা তুলি নেজডাল কঁপাই কঁপাই ঠিয়কৈ ওপৰলৈ তুলি দি তাইৰ আনন্দ জনায়। ছোৱালীজনীয়েও মেকুৰীটোক অতি আদৰেৰে বুকুৰ মাজত সাবটি লৈ খাবলৈ বহে। ছোৱালীজনীয়ে মাকে যতনাই খোৱা চাহজলপান পৰিতৃপ্তিৰে খায়—আৰু মেকুৰী পোৱালীটোৱে তাই 'প্লেট'ত ঢালি দিয়া গাখীৰ কাটিখিনি চুকক্ চুকক্ শব্দ কৰি চেলেকি চেলেকি খাই 'প্লেট'খন পৰিষ্কাৰ কৰি পেলায়।

সেইদিনা কিন্তু ছোৱালীজনীয়ে বহুতবাৰ মাতা সত্ত্বেও মেকুৰী পোৱালীটো নাহিল। ক'ৰো পৰা তাৰ 'মেওঁ মেওঁ' মাতো শুনা নগ'ল। ছোৱালীজনীয়ে ঘৰে বাহিৰে, বিচনাৰ তলত, আলমাৰীৰ চেপত, দুৱাৰ চুকত, সম্ভৱ অসম্ভৱ সকলো ঠাইতে বিচাৰিলে। মাকে বাঢ়ি থোৱা চাহজলপান সজাতে থাকিল। তাইৰ খাবলৈ সময় নহ'ল, ইচ্ছা নহ'ল। চকুৰ পানী সৰ্‌সৰ্‌কৈ বাগৰিব ধৰিলে আৰু মেকুৰী অন্বেষণো চলিব ধৰিলে।

মাকৰ নিৰ্দেশমতে ঘৰৰ লগুৱা লিকচৌয়ে সকলোবিলাক তন্ন-তন্নকৈ, বাগানৰ মাজত, ঘৰৰ তলত, জোপ জংঘলৰ মাজত মেকুৰী পোৱালী বিচাৰি তল ওপৰ কৰিলে। সন্ধ্যা লাগিল। মেকুৰী পোৱালী হলে কতো নোলাল।

ঘৰ সংসাৰৰ বজাৰ-ঘাট, ৰন্ধা-বঢ়া ইত্যাদিৰ বাবে মাকে চাকৰ বাকনীহঁতক মাতি আনিলে। ছোৱালীজনীয়ে ওপোৰোজা মুখ, মধুৰ মন লৈ পাচদিনা স্কুলৰ 'হোমওৱাৰ্ক' কৰিবলৈ বহিল। পঢ়াত মন নবহে। ক'ৰবাত অকস্মাৎ শব্দ এটা হলেও উঠি উঠি চায়হি।

কিজানি মেকুৰীটো আহিছে। উৎকৰ্ণ হৈ পিঠি থিয় কৰি শুনে ক'ৰবাত 'মেঁঞ মেঁঞ' শব্দ শুনেই নেকি বুলি।

ছোৱালীজনীৰ মাকে নানা বুজনি দিয়ে, ৰাতি নহলেও পুৱালৈকে মেকুৰীজনী নিশ্চয় আহিব। কিঞ্চিৎ আশ্বাস পাই, পাচদিনাৰ 'হোমওৱাৰ্ক' কৰাত ছোৱালীজনী যত্নপৰ হয়। কিন্তুপৰ মেকুৰীৰ শোক পাহৰি পেলায়।

আকৌ শোক উথলি উঠে ৰাতি ভাত খাবলৈ মতাৰ সময়ত। মাক-পিতাকে বুজনি দিয়ে। আকৌ এবাৰ শোৱাৰ আগতে সকলোৱে মেকুৰী বিচাৰি চাম বুলি কথাও দিয়ে। তেহে ছোৱালীজনী গৈ ভাতৰ পাতত বহে।

কথামতে সেই ৰাতিও পুহমহীয়া জাৰত ঘৰৰ সকলোৱে আকৌ এবাৰ মেকুৰী বিচাৰি চয়াথ কৰিবলে। মেকুৰী ক'তো নোলাল। অতি গধুৰ মন লৈ সকলোৰে নানা প্ৰবোধ বাক্য শুনি, ছোৱালীজনী বিছনালৈ শুবলৈ গ'ল।

স্বাভাৱিকতেই তাইৰ টোপনি নাহিল। ক'ৰবাত বাহিৰত অলপ খুলমচোৱা শব্দ শুনিলেই বা বহদূৰত ক'ৰবাৰ পৰা 'মেঁঞ' যেন মাত এটা শুনা হেন পালেই তাই জাপমাৰি বিছনাৰ পৰা উঠে। খিড়িকীৰ পৰ্দাখন দাঙি কেউফালে চায়। উৎকণ্ঠ, নিস্তব্ধ হৈ থিয় দি থাকে আকৌ ক'ৰবাত মেকুৰীৰ সন্ধান পায় বুলি। ৰাতি বাহিৰলৈ ওলাবলৈ ভয়। ৰাতিখন কাকো মাতিবলৈও সংকোচ।

এইসৰে ছটফটাই উঠি বহি থাকোঁতেই হঠাতে তাইৰ টোপনি আহিল। সাৰ পালে যেতিয়া, প্ৰথম মনলৈ ভাব আহিল মেকুৰীটোৰ কথা। এই ভাব হোৱা মাত্ৰেই তাই জাপমাৰি বিছনাৰ পৰা নামিল। বাহিৰলৈ একে দৌৰে ওলাই গ'ল।

পুৱাৰ সোণোৱালী ৰ'দত বাগানখন জকমকাই উঠিছে। গছৰ পাতৰ পৰা টুপটাপকৈ নিয়ৰৰ পানী পৰা শব্দ। জবিৰ তলত, ঘাঁহবিলাকত নিয়ৰৰ টোপ জলমলাই জ্বলি আছে। সেই সোণোৱালী ৰ'দৰ মাজেদি গছৰ পাতৰ নিয়ৰৰ টোপাৰ তলেদি ঘাঁহৰ পাত লাগি থকা হীৰাখণ্ডৰ দৰে নিয়ৰৰ টোপালবোৰ ভাঙি ভাঙি ছোৱালীজনীয়ে ইপিনে সিপিনে ঘূৰি ঘূৰি মেকুৰী বিচাৰি ফুৰিছে, আৰু মেকুৰীটোৰ নাম ধৰি ধৰি মাতিছে। নিয়ৰত গা-মূৰ তিতিছে,

ভৰিৰ চটিযোতা ভিজিছে। ছোৱালীজনীৰ ভ্ৰূক্ষেপ নাই। তাই-কেৱল মেকুৰী পোৱালী বিচৰাত মগ্ন।

হঠাতে ওচৰতে 'কম্পাউণ্ড' এটাৰ কিছুমান ফুলগছ জোপাৰ মাজৰ পৰা তাইৰ মেকুৰী পোৱালীটো, 'মেঁও মেঁও' কৰি তাইৰ ফালে জপিয়াই জপিয়াই দৌৰি অহা তাই দেখিলে। আনন্দত অধীৰ হৈ তাইও দৌৰি দৌৰি মেকুৰীটোৰ কাষলৈ গৈ তাক টপ্ কৰে কোলাত সাবটি ললে। নানা আদৰৰ অৰ্থ নথকা কথা কৈ ধমক দি তাই মেকুৰীটো লৈ ভিতৰৰ বাৰান্দা পালেগৈ। আথে বেথে মেকুৰীটোৰ প্লেটখন আনি গাখীৰ ঢালি দিলে, ৰুটি দিলে। মেকুৰীটোৱে পৰম তৃপ্তিত চকুমুদি 'চুৰক চুৰককৈ' এচাটখিনি চেলেকি চেলেকি খাই, অতি সন্তোষিত হৈ গলৰ ভিতৰত 'ঘোৰোৰ্ ঘোৰোৰ্' শব্দ তুলি, তাইৰ গাত গা ঘঁহাবলৈ ধৰিলে। কি আনন্দ কি শান্তি পাইছিল মনত, সেইদিনা সেই সৰু ছোৱালীজনীয়ে।

তাৰ পাছত কতদিন, কতমাহ, পাৰ হ'ল। বছৰো পাৰ হৈ গ'ল। ছোৱালীজনী লাহে লাহে ডাঙৰ হ'ল। মেকুৰী পোৱালীটোও ডাঙৰ হ'ল। তাই মাজে মাজে ঘৰৰ পৰা নোহোৱা হৈ যাব ধৰিলে। আকৌ নিজে নিজেই ঘূৰিও আহে। 'মেঁও মেঁও' কৈ ছোৱালীজনীৰ ভৰিত গা ঘঁহাই আদৰ লয়। আকৌ হঠাতে এদিন নোহোৱা হয়।

সময়ত মেকুৰীজনীৰ তিনিটা পোৱালী হ'ল। সেই পোৱালী কেইটাৰ নিৰাপত্তাৰ বাবেই তাই ব্যস্ত হৈ পৰিল।

ছোৱালীজনীৰো বিয়া হ'ল। সৰু কালৰ ঘৰ, মাক, পিতাক, মেকুৰী সকলো এৰি ছোৱালীজনী শহুৰ খাটিবলৈ গ'ল। তাইৰ নিজৰ ঘৰ-সংসাৰ হ'ল—ল'ৰা-ছোৱালী হ'ল। লাহে লাহে বিস্মৃতিৰ গৰ্ভত হেৰাই গ'ল সেই সৰু ছোৱালীজনী আৰু সেই বগা মেকুৰীজনী।

কিমান দিন, কিমান মাহ, কিমান বছৰ হ'ল? মনত পৰেনে? চেষ্টা কৰিলে হয়তো পৰে। খিলিকি খিলিকি কিছুমান ছবি সুখৰ, দুখৰ, মৰমৰ, ঘৃণৰ, গৌৰৱৰ, হতাশাৰ, আনন্দৰ, কত কি?

আজি বহুতেই পুৱা বিছনাৰ পৰা উঠিব খোজোতে, ভৰিখিতানৰ বেৰখনত ওলোমাই থোৱা, মেকুৰী লৈ থকা, সেই অকণমান ছোৱালীজনীৰ ফটোখনলৈ চকু পৰিল এই অসহায় [illegible] পৰাহীৰ। +++

# আন্দোলন

বিহাৰ আৰু উত্তৰ প্ৰদেশৰ সীমান্ত অঞ্চলত এখন অতি ক্ষুদ্ৰ গাঁৱত 'ভুৱণীয়া'ৰ ঘৰ। গাঁও বুলিলে অসম বা বংগদেশৰ নিচিনা গাঁও নহয়। ভুৱণীয়াই 'দেশ ছোড়কে' 'বেলগাড়ীমে' আহোঁতে 'বাংগাল দেশ' আৰু 'আসাম দেশৰ' গাঁও বেলগাড়ীৰ পৰা দেখি আহিছে। সেউজীয়া পথাৰ, গছ-পাত, জান-জুৰি, নদী-নালা, বিল-পুখুৰীৰে ভৰু শাঁত পৰি যোৱা একোখন শৃংখলা জগা গাঁও। বাঁহ, বেত, তামোল গছ, নাৰিকল গছ, আম, কঁঠাল, আৰু নানা গছ-গছনিৰে ভৰা; খেৰৰ চাল, বাঁহ টকৰাৰ বেৰাত গোবৰ মাটি দি লিপি-পুচি ৰখা ঘৰে চেতালে একোখন পৰিপূৰ্ণ গাঁৱৰ ছবি গতিশীল বেলগাড়ীৰ খিড়িকীৰে দূৰৰ পৰা দেখি তাৰ বৰ ভাল লাগিছিল।

তাৰ নিজৰ গাঁওখনত এইবিলাক একো নাই। কক্ষ বালিধূলিময় [illegible] অপৰিসৰ জাগা। তাতেই থেপাথেপিকৈ মাটিৰ বেৰাৰ ওপৰত তালৰ পাত বা পোৰামাটিৰ খোলাৰ চাল দিয়া, চাপৰ চাপৰ, ঠুপুৰা ঠুপুৰি ঘৰ। কোনোমতে চাপৰিহে ভিতৰ সোমাব পৰা একোখন দুৱাৰ মুখ। বেৰাৰ মাজত বা মুধৰ কাষে ক'ৰবাত একোটা ঘূৰণীয়া বা চাৰিকোণীয়া সৰু খিড়িকী সেয়ে। চোতাল বুলিবলৈ প্ৰায় নায়েই। বিশৃংখলভাবে থূপ খাই থকা ঠুপুৰি কেইটামানৰ, প্ৰায় পিছফালৰ কাষেৰেই নালি যোৱা অহা যোৱা কৰা বাট। এনেকুৱা কেইখনমান গাঁৱৰ মূৰে মূৰে ক'ৰবাত একোটা পানীৰ কুঁৱা। সেয়েই খেতিৰ পানী, গৃহস্থালীৰ পানী, গৰু ম'হৰ পানী, সকলোৰে যোগানীয়া।

এয়া! তাৰ গাঁৱৰ কথা, পৰিয়ালৰ কথা 'ভুৱণীয়া'ৰ প্ৰায়েই মনত পৰে। চি. আৰ পিৰ 'নোকৰী' পাই সি আসামলৈ আহিছে; অহা নহয়—তকদিৰে তাক ইয়ালৈকে 'ৰাহাজ' কৰিছে। তাৰ-নিচিনা আৰু বহুতৰ লগত সিও আহিছে।

চি. আৰ. পিৰ 'নোকৰী মিলা'ৰ সকলো কথা তাৰ ভালকৈ

পট্টপটকৈ মনত আছে। সি ঘৰৰ ডাঙৰ ল'ৰা। তাৰ মাক বাপেক বয়সত সিমান বুঢ়া নহলেও অত্যধিক পৰিশ্ৰম আৰু ততোধিক খাদ্যাভাৱৰ বাবে স্বাস্থ্যহীন হৈ প্ৰায় অকৰ্মণ্য হৈ পৰিছে। বাপেকে চকুৰে নমনে, মাকৰ খুহৰ-খুহুৰ কাঁহ লাগিয়েই আছে।

সিহঁত পাঁচোটা ভাই-ভনী। তাৰ তলৰ দুজনী ভনীয়েক 'সুন্দৰীয়া' আৰু 'সীতাইয়া'ৰ বিয়া হৈ গৈছে। দুজনী ভনীয়েকক বিয়া দি উলিয়াই দিওঁতেই সিহঁতৰ যিকণ মাটিবাৰী আছিল সকলো মহাজনৰ ওচৰত বন্ধকত গ'ল। তাৰ উপৰিও ভূষণীয়াৰ বাপেকে মহাজনৰ পৰা নগদ টকা দহকুৰি ধাৰ ল'বলগীয়া হ'ল। টকাৰে মহাজনৰ ধাৰ মৰাৰ কথা ভূষণীয়াৰ বাপেকে সপোনতো ভাবিব নোৱাৰে। সেহাবে খাটি সি সেইখিনি টকা ধাৰ মাৰি দিব বুলি কথা দি টকা দহকুৰি লৈছিল।

ভনীয়েকহঁতৰ বিয়া বাক হৈ যোৱাৰ পাছত, ভূষণীয়াৰ বাপেক, মাক আৰু সি দোকমোকালিৰে পৰা বেলি পাটত বহা সময়লৈকে মহাজনৰ ঘৰত আৰু খেতি-পথাৰত হাবাথুৰি খাটনি খাটে। এই পৰিশ্ৰমৰ কাৰণে সিহঁতক টকা নালাগে, পো-পোৱালিকেইটাৰে সৈতে যাতে লঘোণে নমৰে তাকেই 'মালিকে' মৰম কৰি চালেই যথেষ্ট।

ভূষণীয়াৰ তলত আৰু দুটা সৰু ভায়েক আছে। বয়সত তাতকৈ ভালেখিনিও সৰু। সিহঁতৰ পৰা মহাজনৰ ঘৰৰ বা পথাৰৰ কামত কোনো সহায় নহয়। ঘৰখনতো মন কৰিবলৈ কোনোবা থাকিব লাগে। সিহঁতৰ দুজনী ছাগলী আছে। সেই দুজনীৰ বাবে ঘাঁহপানী গোটোৱা, মাকে গাখীৰ খীৰাই দিলে গাখীৰকণ নি অপেক্ষাকৃত অৱস্থাপন্ন গৃহস্থৰ ঘৰত বিক্ৰী কৰি অহা আৰু সময়ত বিক্ৰীৰ পইচা আদায় কৰা, এইবোৰ সিহঁতৰ কাম। তাৰ উপৰি চাৰি পাঁচখন গাঁৱৰ কাৰণে চৰকাৰে খুলি দিয়া পাঠশালালৈও সিহঁত দুটাই অহা যোৱা কৰে।

ভনীয়েকহঁতক উলিয়াই দিয়াৰে পৰা ভূষণীয়াৰ মাকে বৰ ল'ৰাৰ বিয়া দি 'বোৱাৰী' আনিব লাগে বুলি তাৰ বাপেকক মাজে মাজে উনুকিয়াই থাকিব ধৰিলে। ভূষণীয়াৰ বাপেকেও ভাবিচিন্তি চাই দেখিলে যে, ভনীয়েকহঁতৰ বিয়াৰ সময়ত যি ধাৰকৰ্জ লাগিছিল পুতেকৰ বিয়া পাতিবলৈ তাৰ দুগুণ কইনাৰ লগতে কমেও কিছু টকা পইচা, গহনা

গাঁঠি, বাচন-বৰ্তন আদি আহিব। ল'ৰাৰ বিয়া যেতিয়া তাৰ নিজৰ ফালৰপৰা খাট খৰচৰ কথা নাই বুলিলেই হয়।

এইদৰে আগপিচ গুণি ভূষণীয়াৰ বাপেকে তাৰ বিয়াখন পাতি দিলে। বিয়াৰ এবছৰমান পাছত ছোৱালী ঘৰলৈ আহিল। সিহঁতৰ ঘৰত খোৱামুখ যেনেকৈ এখন বাঢ়িল, সেইদৰে ভূষণীয়াৰ বেমাৰী মাকৰ কামকাজো বহুত সকাহ হ'ল। 'বহু'ৰ লগত কাপোৰ, গহনা, কাঁহ পিতলৰ বাচন আৰু কেঁচা টকাও অলপ অলপ ঘৰলৈ সোমাল। ভূষণীয়াৰো বহুত দিনৰ চখ, এটা ঘড়ী, এটা 'টৰ্চ লাইট', চু জোতা, ৰঙচঙীয়া মোজা আৰু টেৰিলিনৰ চাৰ্ট পেন্টো মিলিল।

ঘৰৰ বোৱাৰী অহাৰ পৰা সৰু ল'ৰা দুটাই পাঠশালালৈ আগতকৈ নিয়মমতে অহা যোৱা কৰিব পৰা হ'ল। বোৱাৰীয়েকেই ঘৰৰ খুটখাট কামকাজবিলাক চলায়। ছাগলী দুজনীৰ তত্বাৱধান কৰে, গাখীৰ খীৰখিনি দেৱৰেকহঁতক বেচিবলৈ পঠিয়ায়। তাইৰ লগত অনা গাই আৰু চেঁউৰী পোৱালিজনীৰ তায়েই তত্বাৱধান কৰে। গাই-জনীৰ অলপ গাখীৰ ঘৰৰ কাৰণে ৰাখি বাকীখিনি শাহুৱেকে মহাজনৰ ঘৰত দিয়েগৈ। মহাজনৰ ঘৈণীয়েকে নিজ বিবেচনাত যি মূল্য দিয়ে তাকে হাত পাতি লয়। ভূষণীয়াৰ মাকে বোৱাৰীয়েকক মহাজনৰ ঘৰত কাম কৰিবলৈ নিদিয়ে। তাই ছোৱালী মানুহ; মহাজনৰ ঘৰত নানা ৰকমৰ মানুহৰ অাহ-যাহ।

মহাজনৰ ঘৰৰ অজস্ৰ কামৰ হেঁচাত ভূষণীয়াৰ মাক বাপেকৰ বেয়া স্বাস্থ্য আৰু ভাঙি গ'ল। মাজে মাজে সিহঁতৰ কামৰ ক্ষতি হ'বলৈ ধৰিলে। মহাজন আৰু ঘৈণীয়েক অসন্তুষ্ট হ'ল। মাক বাপেকৰ লগতে ভূষণীয়াযো চিন্তাত পৰিল। খাটিব নোৱাৰিলে সিহঁতে মহাজনৰ ধাৰ সুজিব কি উপায়ে?

সিহঁতে এইদৰে আগপাচ ভাবি চিন্তি থাকোতেই এদিন বাহিৰত গেৰেপ্ গেৰেপ্ বুটজোতাৰ খোজ শুনি সৰু ল'ৰা দুটা বাহিৰলৈ ওলাই গ'ল, কোননো বুলি চাবলৈ। "মামা হ্যায়, মামা আয়া"; বাহিৰৰ পৰা ল'ৰা দুটাৰ চিঞৰ ভাহি আহিল। দূৰ দেশত তি আৰ পিত কাম কৰা সিহঁতৰ মোমায়েক আহিছে। 'নতুন বহুৱে' বাহিৰতে গোবৰ গুঠা দি আছিল। জৰাজৰিকৈ তাই লেতেৰা পানীতে হাত দুখন ধুই দীঘল ওৰণিখন আৰু দীঘলকৈ টানি ঘৰৰ ভিতৰ সোমালহি।

কেবা বছৰো হ'ল ভূষণীয়াৰ মোমায়েকে চি আৰু পিত পুলিচৰ 'নোকৰী' পাই গাঁও এৰি দেশে-বিদেশে ঘূৰি ফুৰিছে। চি আৰু পিত নতুনকৈ বহুত মানুহ লোৱাৰ কথা হৈছে। সেইবাবে মোমায়েকে ভূষণীয়াক লগত লৈ যাবলৈ আহিছে; নোকৰীৰ বাবে নামজাৰি কৰিবৰ বাবে। ভূষণীয়াই চি আৰু পিত সোমাব পাৰিলে মহাজনৰ ধাৰ সুজিবলৈ উপায় এটা ওলাব। সমস্যা সমাধানৰ বাট এটা ওলোৱাত ভূষণীয়াৰ মাক-বাপেকৰ মূৰৰ পৰা এটা বোজা নামি গ'ল। সেইদিনাই ভূষণীয়াই চি আৰু পি মোমায়েকৰ লগত ওলাই গ'ল। কেইদিনমানৰ পাছত মোমায়েকৰ লগত চহৰত নোকৰীৰ বাবে কৰিবলগীয়া সকলোখিনি কৰি চোলাৰ জেপত মনে মনে লৈ যোৱা দুপ দুই টকাৰে চহৰৰ দোকানৰ পৰা ঘৈণীয়েকলৈ প্লাষ্টিকৰ চুৰি কেইপাতমান আৰু লাড্ডু দুটামান কিনি লৈ ঘৰ ওলালহি। ভূষণীয়াই চহৰত চি আৰু পিৰ 'নোকৰী'ৰ বাবে দৰ্খাস্ত পেলাই অহাৰ কেইমাহ মান যোৱাৰ পাছত এদিন সঁচাকৈয়ে ভূষণীয়াৰ নামে চৰকাৰী মোহৰ মৰা মাটি বৰণীয়া দীঘল লেফাফা এখন আহিল। ভূষণীয়াই কোনোমতে নিজৰ নামটোহে চহী কৰিব পাৰে। সি ততালিকে চিঠিখন মহাজনৰ 'লিখানে পঢ়ানেবালা' ল'ৰাক নি দেখু-ৱালে। ল'ৰাটোৱে চিঠিখনত তাক চি আৰু পিৰ নোকৰীত ভৰ্তি হ'বলৈ মতাৰ কথা লেখিছে বুলি বুজাই ক'লে। কথাটো ভূষণীয়াৰ বিশ্বাসেই নহয়। সি বাৰে বাৰে ল'ৰাটোক চিঠিখন ভালদৰে পঢ়িবলৈ কয়। মহাজনৰ ল'ৰাই ভূষণীয়াৰ তেৰাচেকা খোৱা ভাব দেখি, হাঁহি মাৰি তাৰ পিঠিত থপৰিয়াই ক'লে, "কি উলুকে মাক্কিক' চাই আছ? তোক চি. আৰু পিৰ নোকৰীৰ বাবে এই দিনত চহৰৰ দপ্তৰত হাজিৰ হ'বলৈ মাতিছে।" তেতিয়াহে ভূষণীয়াৰ ভালদৰে বোধ হ'ল যে তাক পুলিচ মোমায়েকে ভুৰা দিয়া নাই, সঁচাকৈয়ে তাক 'নোকৰী'লৈ মাতিছে।

ভূষণীয়াৰ 'নোকৰী' পোৱা খবৰটো পাই ঘৰত উখল-মাখল লাগিল। ওচৰ চুবুৰীয়ায়ো খবৰটো শুনিলে। সকলোৱে ভূষণীয়াৰ প্ৰশংসা কৰি আশীৰ্বাদ দি ধন্যাধন্য গ'ল। এদিন ভাল দিন চাই গাঁও মুখীয়ালৰ আশীৰ্বাদ লৈ ভূষণীয়াই বাপেক আৰু সৰু ভায়েক দুটাক লৈ চলচলীয়া চকুৰে চহৰলৈ বুলি ওলাল। যোৱাৰ

সময়ত মাকে হুৰাওৱাৰে কান্দিলে। বেৰৰ আঁৰত মৈণীয়েকে চকুপানী মচি মচি ধুঁৱলি কুঁৱলি লগা চকুৰে ভুমণীয়াৰ দূৰলৈ গৈ থকা অবয়বটোলৈ এক দৃষ্টিৰে চাই থাকিল।

এইদৰে বিহাৰ অঞ্চলৰ অকণমান গাঁও এখনৰ এটা ক্ষুদ্র পৰি-য়ালৰ অতি ক্ষুদ্র ল'ৰা এটাই বুকুৰ মাজত ভৱিষ্যতৰ নানা আশা লৈ তাৰ আজন্মৰ ঘৰ আৰু চিৰ পৰিচিত পৰিবেশৰ পৰা ওলাই গ'ল। এখন অচিন জগতলৈ। তাৰ ভাটি বয়সৰ মাক বাপেক, সৰু সৰু ভায়েক দুটি, আৰু নতুনকৈ বিয়া কৰাই অনা মৈণীয়েকে ভৱিষ্যতৰ উন্নতিৰ আশাতে মনৰ সকলো ভয় বেদনা, উপচি পৰা চকুপানী-টোপা সামৰি ললে।

ভুমণীয়াৰ ঘৰৰপৰা ওলাই অহা তিনি বছৰৰ কিছু ওপৰেই হ'ল। সি চি আৰ পিৰ চাকৰিত শিকিবলগীয়া শিক্ষা লভিলে। গাত খাকী পোছাক, ভৰিত বুট জোতা, মূৰত 'হেলমেট' আৰু হাতত লাঠি লৈ সি পূৰাদমে চি আৰ পি হৈ পৰিল। কৰ্মক্ষেত্ৰত বাগৰি বাগৰি আহি অৱশেষত সি অসম দেশ পালেহি।

\+ \+ \+

আৰু এখন ঠাইৰ আৰু এখন গাঁৱৰ আৰু এঘৰ মানুহ। কামৰূপৰ ভিতৰুৱা গাঁও এখনত বৰ গোসাঁইৰ ঘৰৰ খেতিত কাম কৰা সোমেশ্বৰৰ সৰু পঁজা ঘৰ এটা। তাৰ মৈণীয়েক, পাঁচ-ছয় বছৰীয়া ল'ৰা মনেশ্বৰ আৰু কেঁচুৱা ছোৱালী এজনীৰে সৈতে তাৰ অকণমান সংসাৰখন। সোমেশ্বৰে গোসাঁইৰ খেতি-বাতিত লাগি দিয়ে, মৈণীয়েকে ঘৰৰ চোতাল সাৰি মচে, গোসাঁই ঘৰৰ পিৰালি মচে, ধান বʼদায়, ধান দপায়, বনা-খুন্দা কৰে। গোসাঁনীক মাছ পুঠি বাছি দিয়ে আৰু মাজে সময়ে তেওঁৰ কথামতে কলমৌ শাক, হেলচি শাক, বাৰীৰ খুতৰীয়া, ভটুৰা, ঢেকীয়া, কচুশাক ইত্যাদি বিচাৰি খোচাৰি আনি, কাটি ধুই গোসাঁনীক বজাৰ যোগাৰ দিয়ে। মাহেকে পমেকে তেওঁলোকৰ আঠুৱা, বৰকাপোৰ, চেলেংকাপোৰ, বিছনাৰ চাদৰ, ধুতি, ইত্যাদি ঘৰৰ কানিকাপোৰ চৌদাখাৰত সিজাই আগপিনৰ পুখুৰীত নি ধুই আনে। গোসাঁনীৰ ঘৰৰ যাৱতীয় বাহিৰা কামত তাই সহায় কৰে। বাচনপত্র ধোৱাৰেপৰা সময়ে সময়ে গোসাঁনীৰ তাঁতশালতো তাই লাগি ভাগি দিয়ে। ল'ৰাটো আৰু কেঁচুৱা ছোৱালীজনী

তাইৰ লগতে যায়। ল'ৰাটোৱে গোসাঁইৰ চোতালতে উমলি জামলি থাকে। কেঁচুৱাটোক মাকে বৰ ঘৰৰ পিৰালিৰ এচুকত পাচি এটাত ধানখেৰ কেইডালমানৰ ওপৰত শুৱাই থৈ তাই নিজৰ কামত লাগে। ল'ৰাটোক কেঁচুৱা চাবলৈ কয়।

দিনৰ সাজটো সিহঁত মাক, বাপেক, পুতেক তিনিওটাই গোসাঁইৰ ঘৰতে খাই বৈ আছে।

এইদৰে বৰগোঁসাইৰ ঘৰ আৰু সোমেশ্বৰৰ ঘৰ দুয়োখনেই ইঘৰে সিঘৰৰ সহায় সাৰথি হৈ দিন নিয়াইছিল। কাৰো অভাৱ, অভিযোগ বা অসন্তোষ নাছিল। কেতিয়াবা বাতিৰ সাজলৈ চাউল পাতৰ নাটনি হলে সোমেশ্বৰৰ ঘৈণীয়েকে গোসাঁনীক খুজি নিয়ে। আকৌ হঠাতে মফিলে বাতি বিয়লিও কিবা দৰকাৰ হলে গোসাঁইৰ ঘৰৰ পৰা সোমেশ্বৰ বা ঘৈণীয়েকক মাতি পঠিয়ায়।

মনেশ্বৰৰ সাত বছৰ মান হোৱাত, সোমেশ্বৰে তাক গোসাঁইৰ গৰখীয়াৰ লগতে গৰু ৰখিবলৈ পঠিয়াবৰ কথা ভাবি গোসাঁইক ক'লে। বৰ গোসাঁইৰ এই অনলস, বিশ্বাসী মানুহহালৰ প্ৰতি এটা মৰম আছিল। তেওঁ দিহা দিলে, "আজিকালি ল'ৰাক পঢ়াবহে লাগে। তাই গাঁৱৰ পাঠশালাত তাক নাম লগাই দে। পঢ়াৰ বয়সো হৈছে। আমাৰ বিলাকেতো পাঁচ বছৰ বয়সতেই পাঠশালালৈ যায়। তোৰ ল'ৰাৰ সাত বছৰমান হলেই যেন পাওঁ। তই কালিয়েই লৈ যা।"

গোসাইৰ দিহা মতে সোমেশ্বৰে পুতেকক পাঠশালাত নাম লগাই দিলে। মনেশ্বৰে গোসাঁইৰ ল'ৰাহঁতৰ লগতে পাঠশালালৈ যোৱা অহা কৰে। সিহঁতক দেখি শুনিয়েই নেকি সি তাৰ পাঠবিলাক মনপুতি কৰে। চাওঁতে চাওঁতে পাঠশালাত মনেশ্বৰৰ ভাল ল'ৰা বুলি নাম হ'ল। এইদৰেই সি বৃত্তি পাই এদিন পাঠশালাও পাছ কৰিলে। গোসাঁইৰে দিহা মতে তেওঁৰ বৰ জী-জোঁৱাইৰ চহৰৰ ঘৰত থাকি সোমেশ্বৰে পুতেকক ইংৰাজী স্কুলত পঢ়িবলৈ পঠালে। মনেশ্বৰে পুৱা গধূলি গোসাঁইৰ জীয়েকৰ সৰুসুৰা আলপৈচান ধৰে। দোকান বজাৰৰ পৰা ইটো সিটো আনি দিয়ে। আৰু দুইবেলা দুমুঠি খাই সময়মতে স্কুল কৰে। পঢ়া-শুনা ভাল পায় আৰু মনপুতি কৰে কাৰণে গোসাঁইৰ জী-জোঁৱাইৰ পৰাও মনেশ্বৰে যথেষ্ট সহায় আৰু উৎসাহ পায়। বছৰেকীয়া পৰীক্ষাৰ সময়ত তাক গোসাঁইৰ জীয়েকে পঢ়িবলৈ সুবিধা

দি কাম বন বিশেষ কৰিব নিদিয়ে। মনেশ্বৰৰ একেটা মাত্ৰ চিন্তা, কেনেকৈ ভালকৈ পঢ়াশুনা কৰি কিবা এটা কৰিব পাৰিব।

মনেশ্বৰে চহৰত পঢ়িবলৈ অহাৰ কেইমাহমানৰ পাছতেই সোমেশ্বৰে কিবা এটা অচিন ৰোগত ভুগি খীণাই শুকাই গৈ এদিন ঢুকাই থাকিল। গোসাঁইহঁতে বেজ কবিৰাজ লগালে। দূৰৰ গাঁৱৰ পৰা 'ডিচ্‌পেনচাৰী'ৰ ডাক্তৰজনকো আনিলে। একোতে একো নহ'ল।

সোমেশ্বৰৰ ঘৈণীয়েক আউলী বাউলী হ'ল। গোসাঁই, গোসাঁনীয়েই কেঁচুৱাটোৰে সৈতে তাইক সামৰি লৈ নিজৰ চোতালৰ এমূৰে থকা ছালিখনতে থাকিবলৈ দিলে। মনেশ্বৰকো মাতি আনি ক'লে সি স্কুল পাছ নকৰালৈকে তাৰ মাক আৰু ভনীয়েক তেওঁলোকৰ তত্বাৱধানতে থাকিব। সিও আগে যেনেকৈ গোসাঁইৰ জী-জোঁৱাইৰ লগত থাকি পঢ়াশুনা কৰি আছিল সেইদৰেই কৰি থাকিব। ভালকৈ পাছ কৰি ওলালে কিবা এটা দিহা গোসাঁইয়েই ধৰি মেলি কৰি দিব।

এই বন্দোবস্ত মতে সকলো চলিল। মনেশ্বৰৰ মাকে কেঁচুৱা ছোৱালীজনীক বুকুত বান্ধি লৈ ভবিষ্যতে মনেশ্বৰে স্কুল পাছ কৰি ভাল কামবন কৰি পোৱে-বোৱাৰীয়ে আকৌ এখন সংসাৰ পতাৰ আশা বুকুৰ মাজত লৈ আগৰ দৰেই গোসাঁইৰ ঘৰৰ কামবন কৰি, তেওঁলোকৰ মৰম দয়াৰ ওপৰতে দিন নিয়াব ধৰিলে।

আনফালে সুদূৰ বিহাৰ আৰু উত্তৰপ্ৰদেশৰ সীমান্তৰ সৰু গাঁওখনৰ অকণমান জুপুৰিটোৰ মাজত পাঁচোটা প্ৰাণীয়ে ভুৱণীয়াৰ চি আৰ পিকে 'নোকৰা'ৰ অশেষ সুফলৰ আনন্দ বুকুত বান্ধি লৈ দিন কটাব ধৰিলে।

\+ \+ \+

এনে সময়তে আৰম্ভ হ'ল অসমজুৰি বিদেশী খেদা আন্দোলন। গাঁৱে-ভূঞে, চহৰে বজাৰে, চুকে কোণে, মতা-তিৰোতা, ডেকা-গাভৰু, ল'ৰা-ছোৱালী, বুঢ়া-বুঢ়ী সকলোৱে যেন জিকাব মাৰি জাগি উঠিল। বিশেষকৈ সমগ্ৰ ছাত্ৰ-ছাত্ৰীসকলৰ মাজত এই আন্দোলনে গভীৰভাৱে আলোড়ন তুলিলে। দলে দলে অতিশয় নিষ্ঠাৰে নিৰ্ভিকভাৱে মৃত্যুৰ মুখলৈ আগবাঢ়ি গ'ল। দেশৰ ডেকা গাভৰু চেমনীয়া ল'ৰা-ছোৱালীহঁতক মৃত্যুৰ মুখৰ পৰা বচাবলৈ বুলি ওলাই আছিল

আই-বাই-আইতাসকল। শিক্ষিত, অশিক্ষিত, ধনী, দুখীয়া, চহৰীয়া, গাঁৱলীয়া সকলো ঠাইৰ, সকলো স্তৰৰ নৰ-নাৰীৰ বিৰাট বিক্ষুব্ধ, কিন্তু অতীব সংযত, অহিংস আন্দোলনে গোটেই ভাৰতবৰ্ষকে তবধ লগাই দিলে। চৰকাৰে উত্তৰাদিহ নোপোৱা হ'ল। আৰোপ কৰি দিলে এই বিৰাট জনতাৰ ওপৰত অনাৱশ্যক কিছুমান বাধা নিষেধ। আৰম্ভ কৰিলে অহেতুক অত্যাচাৰ। ক্ষুব্ধ জনতা উত্তাল তৰংগৰ দৰে দলে দলে ওলাই আহিব ধৰিলে দেশৰ মান ৰক্ষাৰ হকে।

এই জনসমুদ্ৰৰ উত্তাল ঢৌৰ কোবত মনেশ্বৰো উটি গ'ল। নিজ ইচ্ছা অনিচ্ছাৰ প্ৰশ্নই মনত ঠাই পাবৰ সময়কে নাপালে। এদিন সি দেখিলে স্কুল ঘৰৰ চৌহদলৈ এদল চি আৰ পি লাঠি বন্দুক লৈ হুৰহুৰাই সোমাই গ'ল। চকুৰ পলকতে স্কুল ঘৰৰ বাহিৰ ভিতৰ সন্মুখৰ ৰাস্তা ক্ৰোধিত জনতাৰে ভৰি গ'ল। সকলোৰে মাজত প্ৰচণ্ড খেলিমেলিৰ সৃষ্টি হ'ল। চি আৰ পিবিলাকে যাকে য'তে পাইছে লাঠিৰে কোবাইছে, বেয়নেটেৰে খুচিছে। জনতায়ো প্ৰতিৰোধৰ চেষ্টাত ইজনে সিজনক ৰক্ষা কৰাৰ চেষ্টাত মাৰধৰৰ প্ৰতিবাদ কৰি সিহঁতৰ মাজত সোমাই পৰিছে। কাৰো হাতভৰি ভাঙিছে কাৰোবা মূৰ ফাটিছে, কঁকাল ভাঙিছে সেইফালে লক্ষেপ নাই। চি. আৰ পি. আৰু চৰকাৰক গৰিহণা দি নানা 'শ্লোগান' দি জনতাই সাহেৰে নিজৰ লক্ষ্যত আগবাঢ়ি গৈছে।

সেই হুৰাদুৰা চিঞৰ বাখৰৰ মাজত ঘটনাৰ গতিত মনেশ্বৰো সোমাই পৰিল। সি একোৱেই কৰা নাছিল, আনকি শ্লোগানো দিয়া নাছিল। কেনিনো কোনফালৰ পৰা তাৰ মূৰত প্ৰচণ্ড এটা আঘাত আহি পৰিল সি তমকিবই নোৱাৰিলে। সি মূৰটো দুই হাতেৰে হেঁচা মাৰি ধৰি মাটিত বাগৰি পৰিল। তাৰ হাতৰ আঙুলিৰ মাজেদি গৰম গৰম পনীয়া কিবা বস্তু ধাৰাসাৰে বৈ যোৱা যেন পালে। আন এদল চি আৰ পিয়ে লাঠি সঙাৰ আগতেই ক'ৰবাৰ পৰা এজাক ল'ৰা দৌৰি আহি শ্লোগান দি দি কেইটামানে তাক 'চাংদোলা' কৰি তুলি লৈ গ'ল।

ইপিনে এনেধৰণৰ ঘটনা কেবাটাও ঘটাৰ পাছত জনতায়ো আমাৰ হাতত যি পালে তাৰেই চি আৰ পিহঁতৰ পৰা আত্মৰক্ষা কৰিবলৈ চেষ্টা কৰিবলৈ ধৰিলে। জনতাই শ্লোগান দি দি আগবাঢ়ি যায় আৰু

পি আৰু পিয়ে লাঠি, বেয়নেট চলাই সিহঁতক খেদি খেদি যায়।

এইদল চি. আৰ. পিৰ লগত 'ভূমৰণীয়া'ও আছিল। সি আগতে ভৱাই নাছিল যে চি আৰ পিৰ কামত সোমালে যে অমানুহৰ দৰে কাম কৰিব লাগিব। কিন্তু ওপৰৱালাৰ কঠিন শাসনৰ ভয়ত সিও হাতত থকা লাঠিডাল দাঙি ধৰি হৈ হৈ কৰি খেদি গ'ল—বিশেষ কোনো দিক্ বা কাকো লক্ষ্য কৰি নহয়; হেঁচাৰ মাজত, উত্তেজনাৰ মাজত যন্ত্ৰবৎ চালিত হৈ। হঠাতে সিও হাতেৰে নাক-মুখ চেপা মাৰি ধৰি কলামুনাৰ দৰে সমুখৰ পিনে পোনাই ল'ৰ মাৰিবলৈ ধৰিলে। নাকে মুখে হৌ হৌৱাই তেজ ওলোৱা গম পালে। মূৰ ঘূৰাই আন্ধাৰ মুন্ধাৰ দেখি সি মাটিত পৰি গ'ল।

উত্তেজিত জনতাৰ কোনো কোনোৱে তাৰ বাগৰি পৰা দেহৰ পিনে কোবাই অহা দেখিয়েই চি আৰ পিৰ ডাঙৰ দল এটাই মাৰ মাৰ কৈ খেদি আহিল। সিহঁতৰ উধাই মুধাই চলোৱা লাঠি আৰু বেয়নেটৰ প্ৰকোপত মানুহ ছত্ৰভঙ্গ দিলে।

চি আৰ পিৰ কেইটামানে আহি 'ভূমৰণীয়া'ৰ অচেতন দেহটো দাঙি লৈ সিহঁতৰ গাড়ী এখনত তুলি বোধকৰো চি আৰ. পিৰ হাস্পাতাললৈ লৈ গ'ল।

ল'ৰাজাকে মনেশ্বৰকো চৰকাৰী হাস্পাতালৰ তিল ধাৰণৰ ঠাই নোহোৱা 'ইমাৰ্জেন্সি ওৱাৰ্ড'লৈ লৈ গ'ল। তাৰ এঘণ্টাকত কিছু সময় পৰি থকাৰ পাছত বিনা তদাৰকে আনকি প্ৰাথমিক সহায়ও নোপো-ৱাকৈ মনেশ্বৰৰ প্ৰাণবায়ু উৰি গ'ল। সম্পূৰ্ণ তাৰ অজানিতে। ল'ৰা-জাকে চিঞৰি চৰকাৰ আৰু চি আৰ পিহঁতক গৰিহণা দি নানা শ্লোগান দিলে।

অনেক কথা অনেক হুলস্থূলৰ পাছত স্কুলৰ শিক্ষক এজনে আহি গোসাঁইৰ জী-জোঁৱাইৰ আগত মনেশ্বৰৰ খবৰটো ক'লেহি। গোসাঁইৰ জী-জোঁৱাই স্তম্ভিত হৈ ৰ'ল। জোঁৱায়েকে ততাতৈয়াকৈ গোসাঁইৰ ঘৰলৈ খবৰটো দি টেলিগ্ৰাম দিলে আৰু ল'ৰাজাক আৰু শিক্ষক-সকলৰ সহায়ত মনেশ্বৰৰ নশ্বৰ দেহাৰ শেষকৃত্য সম্পন্ন কৰিলে। আকাশ ফটা শ্লোগান ধ্বনিৰ মাজত মনেশ্বৰক 'শ্বহীদ' বুলি ঘোষণা কৰা হ'ল।

গোসাঁইৰ ঘৰত এই বতৰাই হুলস্থূল লগালে। মনেশ্বৰৰ মাকে

মোৰ বোপাৰ কি হ'ল ঐ' বুলি চিঞৰ এটা মাৰি মূৰ্চ্ছা গৈ মাটিত ঠগ্ কৰে পৰিল। গোসাঁনীয়ে বিহাৰ আঁচলেৰে চকুপানী মচি মচি তাইৰ মূৰত পানী ঢালি বিচিব ধৰিলে। গোসাঁয়ে 'নাৰায়ণ' 'নাৰায়ণ' সুঁৱৰি পিৰালিত পাৰি থোৱা বৰপীৰাখনত মূৰে কপালে হাত দি বহি পৰিল।

মনেশ্বৰৰ মাকৰ ভবিষ্যতৰ আশা ভৰষাৰ অৱলম্বন মুহূৰ্ততে নোহোৱা হ'ল।

বিহাৰ আৰু উত্তৰ প্ৰদেশৰ সীমান্ত সেই সৰু গাঁওখনৰ সেই সৰু জুপুৰীটোত চি আৰ পিত নোক্ৰী কৰা পুতেকৰ ধনকিটাৰে পৰিয়ালৰ অৱস্থা টনকিয়াল কৰা আশা বুকুত বান্ধি থকা পাঁচোটা প্ৰাণীৰ সকলো আশা ভৰষা 'ছুমণীয়া'ৰ বাপেকৰ নামে থোৱা তাঁৰ এখনৰ বাৰ্তাই মশ্মিমূৰ কৰি পেলালে। ছুমণীয়াৰ চেমনীয়া ঘৈণীয়েকৰ চেঙেলীয়া জীৱনৰ সকলো আশা আকাংক্ষা চূড়মাৰ হৈ গ'ল।

ল'ৰাজাকে মনেশ্বৰৰ মাকক গৈ সেৱা কৰিলে—টকাও আগবঢ়ালে তাৰ শৰাধ কৰিবলৈ। তাৰ মাকে মুখেৰে এটা মাতিৰ নোৱাৰি সোঁহাত পাতি টকাকেইটাও ল'ব নোৱাৰিলে। কেৱল কাঠৰ মূৰ্তিৰ দৰে বৰও হৈ থকা দেহাটো ভেদ কৰি খিৰ হৈ পৰা চকুযুৰিৰ পৰা সৰসৰাই পানী ব'বলৈ ধৰিলে।

ল'ৰাজাকে ঠায়ে ঠায়ে শ্ৰাদ্ধৰ দিনা মনেশ্বৰৰ উদ্দেশ্যে নাম কীৰ্তন পাতিলে। 'শ্বহীদ' মনেশ্বৰৰ জয়ধ্বনিৰে আকাশ বতাহ মুখৰিত হৈ উঠিল।

ছুমণীয়াৰ ঘৈণীয়েকৰ উদ্দেশ্যে চি. আৰ. পিৰ মূল দপ্তৰৰ পৰা তিনি হাজাৰ টকাৰ মনিঅৰ্ডাৰ এখন গ'ল। চি আৰ পিৰ কামত তাইৰ গিৰিয়েকে জীৱন উৎসৰ্গ কৰাৰ বাবে ক্ষতিপূৰণ হিচাপে।

ছুমণীয়াৰ ঘৰত আকৌ এবাৰ হিয়াভঙা কান্দোনৰ কোলাহল উঠিল। **

# ধূসৰ ছবি

"আইতা আইতা, আহঁচোন, টপ্‌কৈ আহা।" টপ্‌কৈ কথাষাৰ তাৰ। মুদ্ৰাদোষ, মোৰ সাত বছৰীয়া নাতি ল'ৰাটোৰ। কিবা এটা দৰকাৰ হ'লে বা কোনো কথা বিবৰি ক'বলগীয়া হ'লে, তাৰমুখত 'টপ্‌কৈ' কথাষাৰ যে কিমানবাৰ ওলায় ঠিকেই নাই।

দুপৰীয়াৰ আজৰি সময়ত বিছনাখনত বাগৰ দি কিতাপ এখন চাই আছিলোঁ। চকুত টোপনিৰ আমেজ, মনত কিতাপৰ ৰস, গাত দৈনন্দিন কাম-কাজ সুচাৰুভাৱে সামৰি উঠাৰ তৃপ্তকান্তি। নাতি-টোৰ মাতটো কাণত পৰিছে, চেতনাই স্পৰ্শ কৰিব পৰা নাই। চকুৰ আগত ধৰি থকা কিতাপখনো হাতৰ পৰা সৰি পৰে সৰি পৰে অৱস্থা। দেহ মনৰ সংযোগ শিথিল হৈ আহিছে। চকুদুটা মুদখাই আহিব ধৰিছে পৰিপূৰ্ণ আৰামত। আকৌ তাৰ মাতটো এইবাৰ ডাঙৰকৈয়ে কাণত পৰিল। আহা না আইতা; আইতা টপ্‌কৈ আহা, নোহোৱা হৈ যাবগৈ, আহা টপ্‌কৈ। স্বৰত উত্তেজনা।

আধা টোপনি আধা সাৰৰ মাজেৰে বিৰক্ত হৈ উত্তৰ দিলো, "কিয় চিঞৰ বাখৰ কৰিছ। মোৰ ওচৰলৈ আহা; বাগৰ দেছি। ছুটিৰ দিনা অলপ জিৰাই ল'ব লাগে।" সি ভোৰ-ভোৰোৱা শুনিলোঁ, "এঃ তুমি কেৱল জিৰাব লাগে, পঢ়িব লাগে, খাব লাগে, শুব লাগে এইবিলাককে কৈ থাকা। চোৱাহিচোন, আকাশত সেইবিলাক কিমান কি যে ওলাব ধৰিছে। মই নোশোওঁ। এতিয়া চ'ব নোহোৱা হৈ যাব তেতিয়াহ'লে।"

মই এনাহতে এটা এঙামুৰি ভাঙি, সকলো আৰামৰ আশা এৰি, আগপিনৰ বাৰান্দাখনলৈ, সি ঘ'ৰ পৰা মোক চিঞৰি চিঞৰি মাতিছিল সেইপিনে গলোঁ। গৈ দেখোঁ বাৰান্দাৰ চিৰিখনৰ এটা চাপত বহি, হাফপেণ্ট পিন্ধা আঠু দুটিৰ ওপৰত হাত দুখন ভেজা দি হাতৰ তলুৱাত থুতৰীটো থৈ সি একান্তমনে আকাশলৈ চাই আছে; গভীৰ মনোযোগেৰে।

তাৰ এই তীক্ষ্ণ মনযোগ নাভাঙিবলৈ বুলি, মই লাহে লাহে গৈ তাৰ ওচৰতে বহিলোঁগৈ। সি মূৰি চালে, মুখত বঙৰ হাঁহি বিৰিঙি উঠিল। চকু ওপৰৰ নীলা আকাশত। মইও তাৰ লগতে দৃষ্টি মিলাই অসীম নীলা আকাশখনলৈ চকুযোৰ তুলি ধৰিলোঁ। চকু তুলি মুগ্ধ হলোঁ, নিমগ্ন হলোঁ। নানা ৰকম দৃশ্য গুলাই মিলি যাব ধৰিলে মোৰ চকুৰ আগত ছায়াবাজীৰ ছায়াৰ দৰেকৈ।

চকুৱে মনিব নোৱাৰা, সীমাহীন নীলা আকাশখনৰ বুকুত, চপৰা চপৰা, বগা বগা মেঘৰ খেলা, মাজে মাজে বেলিৰ কিৰণতে খুন্দা খাই খাই, বঙৰ তিৰবিৰনি তুলি ভাঁহি ভাঁহি গৈ আছে। ধুনা কপাহৰ দৰে। পুঞ্জি পুঞ্জি বগা বগা মেঘৰ থোপাবিলাকে ক্ষণে ক্ষণে আকৃতি সলাইছে। সেইয়া মস্ত ডাঙৰ ববফৰ পাহাৰ সেইখন, সেই-বিলাক জোঁওা জোঁওা বৰফে ঢাকি থকা পাহাৰৰ শৃঙ্গ। সৌৱা সৌটো হাতী। প্ৰকাণ্ড বগা হাতী এটা, শুৰডালেৰে ইফালে সিফালে মাৰি মাৰি হেলি-দুলি গৈ আছে। বগা হাতী। স্বৰ্গৰ ৰজা ইন্দ্ৰদেৱৰে ঐৰাৱত হাতী গ'ল দেৱৰাজৰ কিবা কাজ সাধিবলৈ। আৰৌ সেইটো এটা প্ৰকাণ্ড সিংহ দেখোন। বগা বগা ধোঁৱা ধোঁৱা বঙৰ সিংহ। গলৰ ওপৰত জপৰা জপৰা কেশৰৰ ভাৰ জোঁকাৰি জোঁকাৰি যেন কিবা এটা খেদি খেদি গৈ অদৃশ্য হৈ গ'ল। এইটো দেখোন মস্ত দীঘল দাড়ীয়া বুঢ়া মানুহ। মূৰত প্ৰকাণ্ড জটাজাল, গাত ঢিলা ঢিলা আল-খাল্লা এটা পিন্ধি গৈ আছে। কোনোবা ঋষি মুনি। নাৰদমুনি নিশ্চয়। বীণা বজাই বজাই বৈকুণ্ঠলৈ গৈছে। সেইয়া, সেইজনী কুঁজী বুঢ়ী। দীঘল ওৰণি টানি, বগা কোমল কোমল চাদৰেৰে গা-মূৰ ঢাকি, কুঁজটো ওপৰলৈ তুলি, মূৰটো প্ৰায় আঠু দুটাৰ মাজত সুমাই গৈ, লথপ্ থপ্‌কৈ যাব ধৰিছে। হাতত সেইডাল কি? বাঢ়নী নেকি? সেই চোতাল সাৰি থাকোঁতে কুঁজটো আকাশখনত খুন্দা খাই থাকে দেখি আমনি পাই, হাতৰ বাঢ়নীডালেৰে একে খোচোতে আকাশখন পৃথিৱীৰ পৰা বহুত ওপৰলৈ ঠেলি দিয়া সেই বুঢ়ী-জনীয়েই এইজনী নেকি? আৰু কত ৰূপ, কত আকৃতি চকুৰ আগতে, মনৰ দাপোনত, নীলা আকাশৰ বুকুত, বগা বগা মেঘৰ থোপাৰ লগে লগে ভাঁহি যাব ধৰিলে।

নাতিল'ৰাটোৰ লগতে আকাশত মেঘৰ খেলা দেখি মইও

নিমগ্ন হ'লো। তাৰ ওচৰতে, তাৰ গাতে-গা-লগাই বহিলোঁ। সি ওচৰ চাপি আহিল। আনন্দত মুখৰ হৈ উঠিল। ক্ষণে ক্ষণে মেঘে আকৃতি সলাই থাকে, ক্ষণে ক্ষণে সি উগ্ৰাৱল হৈ উঠে। মোক সেইবিলাক আঙুলিয়াই আঙুলিয়াই দেখুৱায়। তাৰ শিশু মনৰ ৰাজ্যত সেই আকৃতিবিলাকৰ ৰূপ জীৱন্ত সত্য। গতি বিধি, তাৰ কল্পনা ৰাজ্যৰ চাৰিসীমাৰ ভিতৰত ঘূৰি ফুৰি পাক খাই ফুৰে। তাতে তাৰ ৰং, তাতে তাৰ তৃপ্তি। অন্ততঃ এই সময়ছোৱাত যি সময়ত সি মেঘৰ খেলা চোৱাত মগ্ন।

হঠাতে মোৰ কাণত কিণ-কিণাই এজনী সৰু ছোৱালীৰ তীক্ষ্ণস্বৰ ভাহি উঠে, "আইতা আইতা দৌৰি আহা, চোৱাহি চোৱাহি সেইটো ঐৰাৱত হাতী একেবাৰে আমাৰ ঘৰৰ ওপৰেদি গুচি গ'ল। আহা আকৌ, যাবাগৈ এতিয়া, এ গ'লে গৈ যাঃ, তুমি নেদেখিলা।" কোমল বয়সৰ সেই তীক্ষ্ণ স্বৰৰ কিণকিণনিয়ে মোৰ ভাটি বয়সৰ মধুৰ কাণ দুখনত প্ৰতিধ্বনি তুলিব ধৰিলে।

ক্ষন্তেকতে মোৰ নাতি ল'ৰাটো আগফালৰ বাৰান্দাত বহি বহি অকলশৰে মেঘ চাই থাকিবলগীয়া নহ'ল। তাৰ লগত আৰু এজনী সৰু ছোৱালী, তাৰেই বয়সীয়া, তাৰ গাতে গা লগাই বহি নীলা আকাশত, বগা মেঘৰ খেলা চাই নিমগ্ন হৈ গ'ল।

তীক্ষ্ণ কিণকিণীয়া মাতেৰে সৈতে, সেই সৰু ছোৱালীজনী বয়সত মধুৰ হৈ পৰা দেহমনৰ সত্তাটোৰ পৰা যেন আজি হঠাতে, নাতি-ল'ৰাটোৰ আহ্বানত মুক্ত হৈ ওলাই আহি, বহুযুগৰ পিছত, প্ৰকৃতিৰ আনন্দ আহ্বানৰ লগত মনেপ্ৰাণে মিহলি হৈ গ'ল। +++

# হত্যা

প্ৰকাণ্ড কৌটিকলীয়া গছজোপাৰ ডাঙৰ ডাঙৰ ঠালঠেঙুলিবিলাক কাটি পেলোৱা হ'ল। দা-কুঠাৰৰ ঘপঘপ নিৰ্মম আঘাতৰ শব্দ, গছকটা মানুহৰ কৰ্কশ হৈ-হুল্লোৰ-আটাহ আৰু দৰ্শকৰ উত্তেজিত চিঞৰ-বাখৰৰ মাজত দিনে দিনে অলপ অলপকৈ কেবাদিনো ধৰি এই ৰাজসদৃশ মহীৰুহ জোপাৰ ডালপাতবিলাক কাটি ভাঙি নঙঠা কৰা হ'ল।

শ শ বছৰ জুৰি অনেক চৰাই চিৰিকতিৰ আশ্ৰয়স্থল, অনেক বাটৰুৱাৰ ব'দে বৰষুণে মূৰৰ ওপৰৰ আচ্ছাদন স্বৰূপ পুৰণিকালৰ নীৰৱ সাক্ষী, সৰ্বোপৰি গছজোপাই জুৰি থকা এক বহল পৰিসৰৰ শ্যামল শোভা ধ্বংস হৈ গ'ল।

এই অতি প্ৰাচীন গছজোপা মানুহে কাটি পেলালে মানুহৰ অধুনা প্ৰয়োজনৰ অৰ্থে। বুদ্ধিবন্ত মানুহৰ গতিবৃদ্ধিৰ হেঁতাত বৃহৎ পথ, বৃহৎ সেতু নিৰ্মাণৰ প্ৰয়োজনৰ বলি হ'ল এই বৃক্ষৰাজ।

একোটা প্ৰকাণ্ড ডাল কটা হয়—আকুল আৰ্তনাদৰ মৰ্মৰধ্বনি তুলি গোটেই চুবুৰীৰে কাণত সেই মৰ্মৰ ধ্বনিৰ কম্পন জগাই, মানুহৰ অত্যাচাৰৰ অসহায় বলি ডালবিলাক মাটিত বাগৰি পৰে। মানুহ বোলা সৰ্বোৎকৃষ্ট প্ৰাণীটোৰ প্ৰতি, ভাঙি পৰা পাত-ঠাৰিবিলাকৰ মচমচনী, মৰ্মৰনীবিলাক ভৰ্ৎসনা ৰূপে বায়ুমণ্ডলত বিয়পি পৰে।

সেই সিদিনালৈকে, সেউজীয়া চিৰিকা-চিৰিকি পাত, আৰু পাতল গোলপীয়া ৰঙৰ ফুলৰ শোভা আৰু সৌৰভ বিতৰণ কৰি চৌদিশ জাতিস্কাৰ কৰি থকা, বিৰাট শিৰীষ জোপাৰ শীৰ্ষদেশ শূন্য হৈ প'ল। দোক-মোকালি আৰু গধূলিপৰৰ নানা পখীৰ বিচিত্ৰ কলৰৱ, দুপৰীয়াৰ ব'দৰ শীতল ছাঁ, বৰষুণ বতৰত বাটৰুৱাৰ আশ্ৰয়, সকলোৰে নিৰ্মমভাৱে অৱসান ঘটিল।

পাৰি-প্ৰহৰীয়া বিমূঢ় ৰজাৰ দৰে, যেন নিজৰ বিশাল অতীতৰ গৌৰৱৰ ৰোমন্থন কৰি কৰি এই মহিমাযুক্ত বৃক্ষৰাজে মুকুটহীন

উচ্চশিৰ, অকণমানো নত নকৰি, সগৰ্বে আকাশৰ পিনে মূৰ তুলি যেন ভগৱানৰ সুবিচাৰ বোলা কথাষাৰৰ প্ৰতি বিস্মিত অপ্ৰত্যয়েৰে কাষ্ঠবৎ হৈ চাই ৰ'ল।

এই বেদনাৰ হেঁচা সামৰি লৈ, অটল অচল হৈ থিয় দি থকাৰ কষ্ট, বৃক্ষৰাজে বেছিদিন সহ্য কৰিবলগীয়া নহ'ল। শাল-ঠেঙুলি বিযুক্ত বহল পৰিসৰৰ গা-গছডালৰ মূলদেশোত, গছকটীয়াহঁতৰ দা-কুঠাৰৰ আক্ৰমণ আৰম্ভ হ'ল।

গছজোপাৰ সোঁমাজত, এডাল মোটা ৰচি বান্ধি তলৰ ফালৰ মূৰটো কেবাটাও মানুহে টানি ধৰি, প্ৰকাণ্ড গছডাল যাতে য'তে ত'তে পৰি অনৰ্থ নকৰে, তাৰবাবে সচেষ্ট হৈ পৰিল।

গুৰিৰ পিনে ঠক্ ঠক্ ঠক্কৰ, ঠক্ ঠক্ ঠক্কৰ শব্দ কৰি গছকটীয়াহঁতে দা-কুঠাৰ চলাইছে, ৰচিডাল ধৰি থকা মানুহে, হেইও-হৈচৌ কৰি গছডাল নিৰাপদ ঠাইৰ পিনে টানি নি আছে। ওচৰে পাজৰে বহুত মানুহে স্তম্ভিত হৈ থিয় দি চাই আছে। কিছুমানে কিৰিলি পাৰি, হুহি দি, গছকটীয়া আৰু ৰচিটনা মানুহকেইটাৰ হেইও-হৈচৌ ৰৱত যোগ দি সিহঁতক বল দিছে।

বহুত সময়লৈকে, গছকটীয়া আৰু ৰচিটনা মানুহজাকৰ সৰ্বশক্তি প্ৰয়োগ কৰা দা-কুঠাৰৰ আঘাত, আৰু ৰচিটনা মানুহৰ প্ৰচণ্ড টানেও এই বিশাল মহীৰুহজোপাৰ গুৰিটো অকণমানো লৰাব পৰা নাছিল।

শিল যেন টান হৈ পৰা, অতি পুৰণা গছডালৰ গাত, দা-কুঠাৰৰ ঘাপবিলাকে ধাতৱ শব্দ কৰি, জুইৰ ফিৰিঙতি তুলিছিল। যেন যুগ-যুগান্তৰ তপস্যাত ব্যাঘাত ঘটাত কোনোবা মুনিৰ তপকঠোৰ শৰীৰৰ পৰা ক্ৰোধৰ স্ফুলিঙ্গ ছিটিকি ছিটিকি ওলাইছিল।

কিন্তু কালৰ গতিত শিল যেন হৈ পৰা, এই প্ৰকাণ্ড গছডালেও দলবদ্ধ মানুহৰ পৰিকল্পিত আক্ৰমণৰ হাত সাৰিব নোৱাৰিলে।

বৃহৎ গছডালৰ অন্তৰভেদি, বেদনাৰ এটা গহীন গুৰুগুৰনি উঠিল। চাৰিওপিনে থকা মানুহবিলাকৰ হাই-উৰুমি স্তব্ধ হৈ পৰিল—যেন ঘৰবা এক বৃহৎ দৃশ্যৰ অপেক্ষাত। গছকটীয়া আৰু ৰচিটনা মানুহকেইটাৰ, ঘামৰ সোঁত বৈ থকা দেহাবিলাকৰ পেশীবিলাক ফুলি ফুলি উঠিল, শৰীৰৰ সৰ্বশক্তি শেষ প্ৰয়োগৰ হেঁচাত। আনকি মুখৰ হেইও-হৈচৌ বোলো নোহোৱা হ'ল।

ঘপাঘপ দা-কুঠাৰৰ আঘাত আৰু বাঁচৰ প্ৰচণ্ড টানৰ কোবত, গছডাল এইবাৰ কিঞ্চিত হালি পৰিল। গছজোপাৰ মাজৰ পৰা ইমানপৰে উঠি থকা মৃদু গুৰ গুৰ ধ্বনি, গুৰু গৰ্জনত পৰিণত হ'ল।

চাৰিওপিনে বেৰি থকা মানুহৰ শংকা, প্ৰতীক্ষা হাই-উৰুমিৰ মাজত, অন্তৰ কঁপোৱা প্ৰকাণ্ড গৰ্জনত বায়ুমণ্ডল আলোড়িত কৰি, মেদিনীত কম্পন তুলি, এই কৌটিকলীয়া মহীৰুহজোপাই ডাল-পাতৰ বিস্তৃতিৰে, এক বহল পৰিসৰ সাট জুৰি থিয় হৈ থকা, নিজ ভূমি-খণ্ডৰ ওপৰত বাগৰি পৰিল।

গছকটীয়া, ৰচিতনা আৰু দৰ্শকসকলৰ কিছুমানে কৃতকাৰ্যতাৰ বাও তুলিলে। কিছুমানে স্বতঃস্ফূৰ্তভাৱে হৰিধ্বনি কৰি উঠিল।

বৃক্ষৰাজৰ হত্যাকাণ্ড সমাধা হ'ল।+

+জু-নাৰেংগী ৰোড আৰু গোপীনাথ বৰদলৈ পথৰ সংযোগ বাটত থকা বজাৰখন আৰু স্কুলখনৰ সমুখত থকা, প্ৰকাণ্ড শিৰীষ গছজোপা (fly over) কৰাৰ কাৰণে কাটি পেলোৱা দেখি লেখা। +++

# এজোপা শেৱালী ফুল

## ॥ ১ম অংশ ॥

মোৰ ঘৰৰ পূবপিনৰ বেৰাখনৰ পৰা অলপ দূৰত, মোৰ শোৱনী কোঠাৰ মূৰশিতানৰ খিড়িকীখনৰ আঠ-দহ হাত নিলগত এজোপা শেৱালী ফুলৰ গছ ডাঙৰ হৈ উঠিছে। কুৰি বাইছ বছৰ মান আগতে ৰোৱা। জাৰকালি ছিলঙৰ চেঁচুৱাই ধৰা ঠাণ্ডাৰ পৰা আতোল্‌তোল্‌কৈ ৰক্ষা কৰা এই শেৱালী ফুলজোপাই তাক তুলিতালি ডাঙৰ দীঘল কৰা শ্ৰমৰ প্ৰতিদানৰূপে এতিয়া তল ভৰাই ফুল সৰাই চৌদিশ ৰূপে-গন্ধে আমোল মোলাই থয়। ছিলঙৰ জলবায়ুৰ গুণত ফুলৰ আকৃতি আৰু গোন্ধৰ তাৰতম্য ঘটিলেও পুৱা সাৰ পাই খিড়িকীখন মেলিলেই তলসৰা শেৱালীফুলৰ ৰূপত মনটো প্ৰফুল্লিত হৈ উঠে। নৱনী কোমল বগা পাহিকেইটাৰে, সুমথিৰা বৰণীয়া ঠাৰিৰ সুকুমাৰ ফুলবিলাকে সেউজীয়া ঘাঁহনিৰ ওপৰত মনোমোহা পৰিৱেশৰ সৃষ্টি কৰে। শেৱালী, শিউলী, শেফালী, পানীপিয়লি, কত নাম আছে এই ধুনীয়া ফুলটোৰ। জোনামত আহিন-কাতিমহীয়া শেৱালীফুল ফুলে, গছভৰি ফুলে, তলভৰি সৰে, থল ভৰি গোন্ধ বিলায়। ছিলঙত এই ভাদমাহতে শেৱালী ফুলে পাহি মেলিলে। সিদিনা, দোকমোকালিতে সাৰ পাই মূৰশিতানৰ খিড়িকীখন খুলি, পৰ্দাখন কোঁচাই লৈ বাহিৰলৈ চাই পঠিয়ালোঁ। আগৰাতি বোধকৰোঁ বৰষুণ হৈছিল। পাহাৰীয়া ঠাই, বৰষুণৰ পানী বাগৰি গৈ গছে বনে এটা চৌত উজ্জ্বলতা ফুটি উঠিছে। পূব আকাশৰ আন্ধাৰ ভেদ কৰি বাজ হ'ব খোজা বেলিৰ ৰাঙলী পোহৰ তিৰ্‌বিৰাই মাটিৰ বুকুলৈ নামি আহিছে। চকুত পৰিল শেৱালী ফুলজোপাৰ তলত সুমথিৰা বৰণীয়া ঠাৰিৰে কোমল বগা বগা ফুল কিছুমান মিহিকৈ কাটি থোৱা সেউজীয়া ঘাঁহনিৰ ওপৰত সৰি তলখন পোহৰাই আছে। মনটোত এটা আনন্দৰ অনুভূতি জাগিল। কেৱল পুৱতি প্ৰকৃতিৰ উজ্জ্বল, নিৰ্মল শোভা আৰু তলসৰা শেৱালীফুলৰ

কেৱল সৌন্দর্য্যই মোৰ মনৰ আনন্দানুভূতিৰ কাৰণ নহয়। সিদিনা পুৱতি নিশাৰ জীয়াৰী প্ৰকৃতি আৰু তলসৰা শেৱালীফুলে আনন্দানু-ভূতি আনি দিছিল। সৌন্দৰ্য্যৰ জগত স্মৃতিৰ সম্মিলনে।

সিদিনাৰ তলভৰি ফুল সৰি থকা শেৱালীজোপাই মনত পেলাই দিছিল বহু বহু বছৰ আগতে দেখা অনুৰূপ দৃশ্য এটাৰ কথা। তেতিয়াও মোৰ শোৱা কোঠাৰ মুখৰ পিনে থকা আহল-বহল কাঠৰ ৰেলিং দিয়া খিড়িকী দুখন মেলিলেই কেইহাতমান আঁতৰত দুজোপা লহপহীয়া শেৱালী ফুলৰ গছ দেখা গৈছিল। আহিন-কাতিমহীয়া পুৱা সেই শেৱালী দুজোপাৰ সুপৰিষ্কৃত তলত অপ্ৰমিত তলসৰা কোমল ফুলে এটা কোমল মনক সদায় আকৰ্ষণ কৰি আনিছিল ফুলজোপাৰ তললৈ। আপোনা আপুনি সৰি গছৰ তল পোহৰাই থকা ফুলবিলাকেই যেন যথেষ্ট নাছিল। কাতিমহীয়া নিয়ৰৰ আৰু কুঁৱলীলৈ ভ্ৰূক্ষেপ নকৰি 'ছিট' কাপোৰৰ ফ্ৰক পিন্ধা, কান্ধলৈ নামি অহা 'বয়কাট্' চুলিৰে সৈতে বহু বহু বছৰ আগতে সৰু ছোৱালী এজনীয়ে তাইৰ ক্ষুদ্ৰ দেহাৰ সকলো শক্তিৰে সৈতে ফুল দুজোপা জোকাৰি জোকাৰি গছৰ ওপৰত লাগি থকা ফুল সৰাইছিল। মূৰৰ ওপৰত অজস্ৰ ফুল, অজস্ৰ নিয়ঁৰৰ পানী একেলগে সৰি পৰিছিল দেৱতাৰ শান্তিবাৰি আৰু নিৰ্মালিৰ নিচিনাকৈ। লগত থকা বাঁহৰ ফুকি ভৰাই ফুল তুলিও তৃপ্তি নাছিল। ফুটুকা ফুটুকী ছিট্ কাপোৰৰ ফ্ৰকৰ কোঁচটো ফুলে নধৰা হৈছিল। লগত আছিল মোৰ বাইদেউ। মোতকৈ কেইবা-বছৰৰো ডাঙৰ। কিন্তু ফুলৰ চখে লঘু গুৰু ভেদ নাজানিছিল। বাইদেউৰো আশীসূতাৰ চাদৰৰ আঁচল তিতি টপ্‌টপাই পানী সৰি পৰিছিল, আঁচলভৰ্তি নিয়ঁৰ সনা শেৱালী ফুলৰ ভাৰত। ফুলবিলাক তুলি নি ভিতৰৰ বাৰান্দাত এখন ডলাৰ ওপৰত থৈ দিছিলোঁ। ৰূপী-কৃত সৌন্দৰ্যত কোমল মন উল্লসিত হৈ উঠিছিল। ইচ্ছামতে মালা গাঁথিছিলোঁ—ৰূপৰ থালত সজাই থৈছিলো, সুমথিৰা বৰণৰ ঠাৰিবিলাক লৈ পুতলাৰ কাপোৰত হেঙুলীয়া বৰণ দিছিলো। আকৌ মাইৰ নিৰ্দেশমতে কিছুমান শুকুৱাইও থৈছিলোঁ। দুৰ্গাপূজাৰ সময়ত পুৱাই গা ধুই ফুকি ভৰাই শেৱালীফুল তুলি, কলগছৰ আঁহৰ সূতাৰে, খৰিকাৰ বেজী দি সযত্নে দীঘল দীঘল মালা গাঁঠিছিলোঁ গোসাঁনীৰ গলত পিন্ধাবলৈ। পুৱাই গা ধুই, যোৰহাটৰ তেতিয়াৰ দিনৰ চৌদিন

কাপোৰৰ দোকান 'দত্তাৰ কোম্পানী'ৰ পৰা কিনা ধুনীয়া ফ্ৰকটো পিন্ধি, হাতত হাত লাগিলেই পমি যাব খোজা শেৱালী ফুলৰ মালা লৈ, ঘৰৰ অতি পুৰণা মানুহ 'মাণিক জেঠে'ৰ লগত যেতিয়া ওচৰতে থকা 'দাস কোম্পানী'ৰ পূজা মণ্ডপৰ জলমলীয়া সাজপাৰ পিন্ধা, চকুৰে-মুখে জগজগীয়া হাঁহি ফুটি থকা প্ৰকাণ্ড দুৰ্গা প্ৰতিমাখনৰ আগত থিয় হৈছিলোঁ। মনত কি যে অপাৰ আনন্দ হৈছিল, সেই কথা আজিও মনত পৰিলে বয়স যেন বহুগুণ কমি যায়। পূজাৰীৰ হাতত মালা দিছিলোঁ দেৱীৰ গলত পিন্ধাই দিবলৈ। কুকিৰ পৰা আঁজলি আঁজলিয়ে শেৱালীফুল দিছিলোঁ গোসাঁনীৰ পাদমূলত। কৰা নিয়ম কাৰণে গোসাঁনীৰ আগত সেৱা কৰিছিলোঁ আঁঠুকাঢ়ি। কোনো আশা, কোনো আকাংক্ষা বা কোনো ক্ষমাৰ কথা মনলৈ অহা নাছিল। শুদ্ধ আনন্দত দেৱীৰ চৰণত সৰু ছোৱালী এজনীৰ শুদ্ধ দেহমন আনত হৈছিল নিৰ্মল আনন্দপূৰ্ণ সেৱাৰ জংগীত।

আজিও দুৰ্গাপূজাৰ ওচৰ চাপিছে, মোৰ ঘৰৰ শেৱালী ফুলো ফুলিছে—কিন্তু হেৰাই গৈছে সেই নিৰ্মল চিত্তৰ কোমল ছোৱালীজনী। নানা আঘাত, নানা আকাংক্ষা, বহু আশংকাৰে পৰিপূৰ্ণ পকা মনটোত, শৈশৱৰ দিনবিলাকৰ কথা শেৱালীজোপাৰ তলসৰা ফুলবিলাকে সোঁৱৰাই দিলে। আনন্দ হ'ল—সৰুকালৰ ছবি জলজল্ পট্ পট্‌কৈ চকুৰ আগত জাহি উঠিল। মানুহৰ জীৱনত সৰুকালছোৱাই সকলোতকৈ সুখপূৰ্ণ কাৰণে, সে অতীতৰ স্মৃতিয়ে মানুহৰ মন স্বাভাৱিকতেই কোমল অনুভূতিৰে পূৰ্ণ কৰে বাবেই, ছিলং পাহাৰত আৱতকৰাকৈ ফুলা মোৰ ঘৰৰ শেৱালী ফুলজোপাই কিন্তু মোৰ মনত অপাৰ আনন্দৰ সৃষ্টি কৰিছিল, যিমানেই ক্ষণস্থায়ী হওক সেই আনন্দানুভূতি।

# আৰু এজোপা শেৱালী ফুল

॥ ২য় অংশ ॥

১ম অংশখিনি লেখা আজি বহু বছৰ হ'ল বোধকৰোঁ। দুটা দশক বাগৰি গ'ল। সেই দিন ধৰি এতিয়ালৈকে মোৰ দেহ-মনৰ বয়সো সেই অনুপাতে বাঢ়িল। তথাপি এতিয়াও, পুজাৰ বতৰত, পুৱাৰ বেলা, তললসৰা শেৱালীফুল দেখিলে মনটো প্ৰফুল্লিত হৈ উঠে। শেৱালী ফুল মোৰ বৰ প্ৰিয় ফুল।

মোৰ গুৱাহাটীৰ ঘৰৰ চোতালত এতিয়াও দুজোপা শেৱালী ফুলৰ গছ আছে। কিন্তু মোৰ শোৱাকোঠাৰ খিড়িকী মেলিলেই মই এই শেৱালী দুজোপা দেখা নাপাওঁ। ফুল দুজোপা, পদূলিমুখত, গেটৰ দুই পিনে আছে। মৰ্য়েই কাহানিবাই শেৱালী ফুলৰ পুলি দুটা আনি পুতিছিলোঁ এই ঠাইত। এই শেৱালীফুল জোপাই মোৰ এই গুৱাহাটীয়া ঘৰৰ চোতালত প্ৰথম বৃক্ষৰোপণ। পাছলৈ, এজোপা শেৱালী ফুল তুলি নি, মোৰ শোৱাকোঠাৰ খিড়িকী খুলিলেই দেখা পোৱাকৈ ৰুম। মনত এই ভাব আছিল। শৰৎকালৰ ফৰকাল পুৱা, নিয়ৰৰ টোপাৰ হীৰামাণিক ফুলা, সেউজীয়া ঘাঁহনিৰ ওপৰত তল তৰি সৰি থকা মৃদু মৃদু সৌৰভৰে, কোমল-পাহিৰ শেৱালী ফুলৰ গোন্ধ আৰু সৌন্দৰ্য্যই মনৰ দুৱাৰত ভুমুকা-ভুমুকি কৰিছিল। আনন্দানুভূতিৰ তৃপ্তিও লভিছিলোঁ।

'গেটৰ' মুখৰ সেই শেৱালীফুল দুজোপাৰ এজোপাও কিন্তু তুলি নি মোৰ শোৱনী কোঠাৰ খিড়িকী মেলিলেই দেখা পোৱা ঠাইত ৰোৱা নহ'ল। পুলি শেৱালীফুল দুজোপা ডাঙৰ হ'ল। তাই লৰাবৰ সময় পাৰ হ'ল। সময় পাৰ হ'ল মোৰো ঠাই লৰোৱাৰ। শেৱালীফুল দুজোপা যি ঠাইত আছিল তাতে থাকিল। মইও যি ঠাইতে আছিলোঁ, তাতেই থাকিলো।

মোৰ গুৱাহাটীয়া ঘৰৰ 'গেট'ৰ মুখত থকা শেৱালীফুল দুজোপাইও

বতৰত অপৰ্যাপ্ত ৰূপে ফুলি, সৌৰভ আৰু সৌন্দৰ্য বিলায়। কিন্তু ফুল দুজোপাৰ তলখন সুপৰিষ্কাৰো নহয় বা মিহিকৈ কটা থোৱা সেউজীয়া ঘাঁহনিও নাই। অ'ত ত'ত কেইডাজমান দুবৰি বন। গাঠি মেলি মেলি বগাই গৈ বালিমটি আৰু ইটাৰ গুৰাৰ ওপৰত মাজে মাজে সেউজীয়া আভা দিছে। ইটাৰ গুৰা মিহলি এই বালিয়া মাটিৰ ওপৰতে সেৰেঙা দি গজা দুবৰি বনৰ কিঞ্চিৎ সেউজী বহনৰ ওপৰত শেৱালীফুলবিলাক তল সৰি পৰি থাকে। আপোনা-আপুনি ফুলে, আপোনা-আপুনি তললৈ সৰি থাকে, আৰু আপোনা-আপুনি দুপৰীয়াৰ ৰ'দত লেৰেলি যায়। সেইপিনেদি অহা-যোৱা কৰা ঘৰৰ মানুহবিলাকে নিৰ্বিকাৰভাৱে ফুলবিলাক গচকি গুচি যায়। অতি ব্যস্ত, আধুনিক মনৰ, সৌন্দৰ্য উপভোগৰ উপায় আৰু উপকৰণ, এই তললৈ সৰি পৰি থকা শেৱালী ফুলবিলাকে যোগাব নোৱাৰে। চকু মেলি, মন মেলি, প্ৰকৃতি দেৱীয়ে ৰঙে, ৰূপে, গন্ধে ঢাকি দিয়া সৌন্দৰ্য উপ-ভোগ কৰিব পৰা সুকুমাৰ অনুভূতিবিলাকো, পানীকুমলীয়া শেৱালী ফুলবিলাকৰ দৰেই অনাদৰত লেৰেলি শুকাই গৈছে, আজিৰ মানুহৰ মনৰ পৰা। আজিৰ বাস্তৱবাদী মনে, স্থূল সমাজৰ পিচে পিচে খেদি ফুৰি, মাটিৰ বুকুৰ সৌন্দৰ্য বুটলি লৈ, সৌৰভ ঘ্ৰাণৰ অপাৰ্থিব আনন্দৰ পৰা। [illegible] লগা ৰূপে বঞ্চিত। এই ব্যস্ত যুগৰ মানুহৰ সময় নাই, ফুল তুলি মালা গাঁথিবলৈ বা ৰূপৰ থালত সজাই থ'বলৈ।

পূজাৰ সময়ত, পুৱাৰ দোকমোকালি পোহৰত সৰু সৰু ছোৱালী কেইজনীমানে হাতত সৰু সৰু বাঁহ বা তাঁৰৰ কুকি লৈ, মোৰ পদূলিমুখত থকা শেৱালী দুজোপাৰ তলসৰা ফুল বুটলিবলৈ আহে, কোনোবা পূজাঘৰৰ পৰা হয়তো। সিহঁতে গেটৰ বাহিৰত, সৰু আলিবাটটোৰ ওপৰত পৰি থকা ফুলবিলাক বুটলি বুটলি কুকিত ভৰায়। কি উল্লাস—কোনে কিমান সোনকালে ফুল বুটলি কুকি ভৰাব পাৰে তাৰ কি প্ৰতিযোগিতা, কি মনোনিবেশ।

ছোৱালী কেইজনীৰ সৰু সৰু হাঁহি, সৰু সৰু কথাৰ গুঞ্জন আহি, শোৱনী কোঠাত মোৰ কাণত পৰে। বিছনাৰ পৰা উঠি আহি সন্তৰ্পণে, আগকোঠাৰ দুৱাৰখন খুলি 'বাৰান্দালৈ' ওলাই আহোঁ। দুৱাৰ খোলাৰ শব্দ শুনি ছোৱালীকেইজনী চমকি উঠে। থমকি ৰয়।

মাটিৰ লগত সম্পৰ্ক হেৰোৱা, তিনিমহলীয়া ঘৰৰ বাৰান্দাৰ পৰা

মই সিহঁতলৈ চাই অলপ হাঁহো। সিহঁতে মনতে সকাহ পায়। উবুৰি হৈ পৰি আকৌ ফুল বুটলে। মই কওঁ, “ব’বা, গেটৰ তলাটো খুলি দিওঁ। ভিতৰত সৰি থকা ফুলখিনিও লৈ যোৱা।”

ছোৱালী কেইজনী কন্তেকতে স্তব্ধ হৈ পৰে। ভয়, অবিশ্বাস আৰু ফুলৰ লোভে, লুকাভাকু খেলে সিহঁতৰ কোমল মুখবিলাকত।

মই গেটৰ তলাটো খুলি দিওঁ। অলপ পৰ থিয় দি ছোৱালী-কেইজনীয়ে শেৱালীফুল বুটলা চাওঁ।

দোকমোকালিতে বিছনাৰ পৰা উঠি অহা, মাচেৰা বিশৃংখল চুলি-বিলাকৰ আঁৰত, সিহঁতৰ কণ কণ মুখবিলাক উজলি উঠে। আকৌ সিহঁতৰ মাজৰ পৰা অনাবিল আনন্দৰ কলকলনি উঠে। হেঁপাহ পলাই তলসৰা শেৱালী ফুল তোলা একনীয়ে অলপ থমকি বৈ মোৰ মুখলৈ লাজকুৰীয়া ভাবেৰে চাই কওঁ, নকওঁকৈ সোধে, “গছজোপা জোকাৰি দিওঁনে? বহুত ফুল আছে।”

“দিয়া।” মই কওঁ। গোটেই কেইজনীয়ে সিহঁতৰ সৰু সৰু হাত কেইখনৰে, শেৱালী ফুল দুজোপা আঁকোৱালি ধৰি জোকাৰি দিয়ে। সৰ্‌সৰ্‌কৈ শেৱালী ফুল আৰু নিয়ৰৰ টোপালবিলাক সৰি পৰে সিহঁতৰ মূৰে-গায়ে।

বহুকাল আগৰ এজনী ছোৱালীৰ মূৰত, দেৱতাৰ আশীৰ্বাদৰে, নিয়ৰৰ টোপাল সনা শেৱালীফুলবিলাকে একেলগে, সৰি পৰাৰ দৰে।

কোনে কয় আজিৰ কঠুৱা পৃথিৱীৰ, কঠুৱা চাহিদাৰ তাড়নাত, মানৱ মনৰ কোমল বৃত্তিবিলাক, কোমল অনুভূতিবিলাক নোহোৱা হৈ গৈছে বুলি?

নহয়-নাই যোৱা। এই কণ কণ ছোৱালীকেইজনীৰ চকুৰ তিৰবিৰণি, মুখৰ উজ্জ্বল আৰু সেই অবয়বেৰে উপভোগ কৰা বিমল আনন্দৰ প্ৰকাশে, এই বাৰ্তাই দিছে।

মাত্ৰ মানুহে ধৰা মনৰ আইনাখন পৰিষ্কাৰ কৰি, ‘গেট’ৰ তলা খুলি দিলেই, শেৱালী ফুলৰ দৰেই মানৱ মনে, ৰূপে, ৰসে, গন্ধে সৌদিন আমোলাই গৈ জাব।

+++

# অপৰাধ বোধ

মিচেচ মেক্‌লেৰ লগত মোৰ পৰিচয় ঘটিছিল আমাৰ ঘৰতেই, এখন নবীয়া পাৰ্টিৰ ওচৰত।

মোৰ কেঁচুৱাটিৰ কেইবাদিনৰ পৰা জ্বৰ। ওচৰৰে, সদায় সৰু-সুৰা অসুখ-বিসুখ চাই থকা ঘৰুৱা ডাক্তৰজনৰ চিকিৎসাত একো গুণ ধৰা দেখা নাই। ইপিনে দিনে-দিনে জ্বৰত ভুগি কেঁচুৱাটি দুৰ্বল হৈ গৈছে; লগে লগে ঘৰ-ঘৰোৱাহঁতৰো উদ্বেগ, আশঙ্কা বাঢ়ি গৈছে। বিশেষকৈ মোৰ নিজৰ।

শেষত ভাবি-চিন্তি আমি মোৰ পিতৃ-বন্ধু বুঢ়া ডাক্তৰ ভট্টাচাৰ্যৰ শৰণাপন্ন হ'লো। কৰ্ম-জীৱনত বহু ঠাইত সুনাম অৰ্জন কৰি ভাটি বয়সত তেখেতে ছিলঙত অৱসৰপ্ৰাপ্ত জীৱন কটাইছিল।

অভিজ্ঞ, মৰমিয়াল আৰু বিচক্ষণ মানুহজনক দেখিলেই ৰোগী আৰু ৰোগীৰ পৰিয়ালৰ মানুহৰ মনত সাহ হয়, আস্থা বাঢ়ে।

বুঢ়াজনে, সেইবাবে তেখেতক যেতিয়াই তেতিয়াই মাতি, মানুহে আমনি নিদিছিল। নিতান্ত ৰোগীক নিব নোৱাৰা অৱস্থা হ'লেহে মাতিছিল। বেমাৰ বুলিলে ৰোগীৰ পৰিয়ালে নকলেও ডাক্তৰ নিজেই ৰোগীৰ ঘৰলৈ গৈছিল। অনেক ক্ষেত্ৰত ৰোগীৰ পৰিয়ালৰ অৱস্থা বুজি বিনা 'ফিজে'ও চিকিৎসা কৰিছিল। সাধাৰণতে তেখেতে নিজৰ ঘৰতেই ৰোগী চাইছিল।

আগতে আমি কেঁচুৱাটিৰ অসুখৰ খবৰ তেখেতক দিয়া নাছিলো— সামান্য জ্বৰ, ভাল হৈ যাব বুলি। বিশেষকৈ তেখেত আমি মাতিলেই যে আহিব জানিছিলো, আৰু আমাৰ পৰা যে কেতিয়াও 'ফিজ' নলয় তাকো জানিছিলো। সেইবাবেই তেখেতে আমাক যথেষ্ট স্নেহৰ চকুৰে চালেও সৰু-সুৰা অসুখ-বিসুখত কেতিয়াও তেখেতৰ ওচৰ নাচাপিছিলো। কেতিয়াবা স-সঙ্কোচে 'ফিজ'ৰ কথা উলিয়ালে বুঢ়াই প্ৰকাণ্ড 'চিগাৰ'টো দাঁতেৰে কামুৰি ধৰি মৰমিয়াল হাঁহি এটা মাৰি কৈছিল, "বুঢ়া জেঠামশায়কে একদিন পেটভৰে খাইয়ে

দিও।" খোৱাৰ কথা কৈছিলহে—নিজে অতি পৰিমিত আহাৰী লোক আছিল।

যিহওক, বুঢ়া ডাক্তৰে আহি কেঁচুৱাটিক ভালকৈ চালে। তেওঁৰ মুখ গম্ভীৰ হোৱা যেন দেখি মোৰ ধাতু উৰি গ'ল।

ৰোগীক পৰীক্ষা কৰি উঠি ডাক্তৰে মোৰ মুখৰ পিনে চালে। বোধকৰো মোৰ মনৰ অৱস্থা এবাৰ মুখলৈ চায়েই বুজিলে। তেখেতে শান্তভাৱে ক'লে, "কেঁচুৱাটিৰ ব্ৰংকাইটিচ হৈছে। ভাল প্ৰতিপাল দৰকাৰ হ'ব। তুমি অকলে জানো সকলোপিনে চম্ভালিব পাৰিবা?" সেইসময়ত ব্ৰংকাইটিচৰ আৰোগ্যকাৰী ঔষধ ওলোৱা নাছিল। সাধাৰণ ঔষধ, সেক আৰু পতি আদিয়েই ব্ৰংকাইটিচৰ প্ৰধান চিকিৎসা আছিল।

ডাক্তৰৰ কথা শুনি মই একো নামাতি তেখেতৰ মুখলৈ চালো। তেখেতে ক'লে, "তোমালোকে যদি ইচ্ছা কৰা মোৰ চিনাকী এগৰাকী খৰ ভাল 'নাৰ্চ' আছে।"

আমি 'নাৰ্চ'গৰাকী লাগে বুলি ক'লো। ডাক্তৰে গৈয়েই পঠিয়াই দিব বুলি কৈ আমাক সাহ, সান্ত্বনা দি, ঔষধ-পথ্য আদিৰ ব্যৱস্থা কৰি ঘৰলৈ গ'ল।

ডাক্তৰ যোৱাৰ কিছু সময়ৰ পাছতেই 'নাৰ্চ'গৰাকী আহিল। এইয়েই মিচেচ মেক'লেৰ লগত মোৰ প্ৰথম সাক্ষাৎ।

'খুলন্তৰ চেহেৰা' কথাষাৰ সাধাৰণতে পুৰুষ মানুহৰ চেহেৰা বৰ্ণাওতেহে ব্যৱহাৰ কৰা হয়। কিন্তু মিচেচ মেক'লেৰ ক্ষেত্ৰত, তেওঁৰ চেহেৰা বৰ্ণনা কৰিবলৈ হ'লে প্ৰথমেই 'খুলন্তৰ' শব্দটোহে মনলৈ আহে।

ডাঙৰে-দীঘলে, শকতে-আৱতে, সঁচাকৈয়ে খুলন্তৰ চেহেৰাৰ বুঢ়ী। তেওঁ এংলো-ইণ্ডিয়ান বা ইংগ-ভাৰতীয়। ভৰপূৰ মুখখনত স্নেহা-কৃত-গাম্ভীৰ্যৰ লগত এটা মৰমিয়াল ভাৱো মিহলি হৈ আছে। ডবিৰ কলাফুলৰ ভলোকে ওলমা, গৰম কাপোৰৰ ভাঁজ খোৱা বগৰ এটা দীঘলহতীয়া 'গাউন' পিন্ধা। 'গাউন'টোৰ হাতৰ মূৰত আৰু ডিঙি কৰা ভিতিৰ ওপৰত বগা ফুলাম 'লেচ' লগোৱা। হাতত এটা বেছ ডাঙৰ ক'লা বগৰ পেট ওলোলা 'হেণ্ডবেগ'। পাৰ্য ৰবৰৰ লগত মিলা মোজাৰ লগত বগা ক'লা জোতা, যাক আগৰ দিনত 'ওৱাকিং

শু' (Walking Shoe) বুলিছিল। যি ধৰণৰ জোতা নিপিন্ধিলে আগৰ দিনৰ মেম-চাহাবসকলে এক ভৰিও খোজ নাকাঢ়িছিল।

মিচেচ মেক'লেৰ লগত হোৱা সেই প্ৰথম সাক্ষাতৰ ছবিটো যেন মোৰ চকুৰ আগত এতিয়াও ফুটি উঠে।

মিচেচ মেক'লে আহিয়েই যথানিয়মে অভিবাদন প্ৰত্যাভিবাদনৰ পাছত ল'ৰাটিক চালে। ডাক্তৰে দেখি থৈ যোৱা ব্যৱস্থা-পত্ৰ চালে। ল'ৰাটিৰ বিচনা-পত্ৰ, কাপোৰ-কানি, পথ্য আদি দিয়া আৰু খোৱাৰ ব্যৱস্থা চালে। সকলো চাই বুঢ়ী নাৰ্চ বোধকৰো সন্তুষ্টই হ'ল। মোৰ পিনে চাই এটা যেন নিৰ্ভয়সূচক হাঁহি মাৰিবলৈ যত্ন কৰিলে। কিন্তু মঙহে ভৰি থকা থুপথুপীয়া গাল দুখনৰ মাজত, সৰু ওঁঠ দুটাৰ ভিতৰৰ পৰা হাঁহিটো বিশেষ পৰিস্ফুট হৈ উঠিব পৰা নাছিল।

যিহওক মিচেচ মেক'লে সেইদিনাৰ পৰা সদায় ৰাতিপুৱা আঠ বজাত আহি উপস্থিত হয়। বেমাৰীৰ প্ৰতি কৰিবলগীয়া সকলোখিনি কৰ্তব্য অতি যত্ন আৰু মৰমেৰে সম্পন্ন কৰে। সকলো কাম-কাজ শেষ হ'লে মই এপিয়লা চাহ বা কফিৰ লগত অলপ কিবা-কিবি খাবলৈ দিওঁ। বুঢ়ীয়ে বৰ সন্তুষ্ট মনেৰে সেইখিনি খায়। খাই তৃপ্তি পায় আৰু মই কেনে ভাল, ঘৰৰ গৃহস্থ কেনে উদাৰ ইত্যাদি নানা প্ৰশংসাৰ কথা কয়।

এইদৰে চিনাকীপুষ্ট হৈ অহাৰ লগে লগে, কেতিয়াবা কথাই কথাই বুঢ়ীয়ে নিজৰ গাভৰুকালৰ আৰু সৰুকালৰ কথা কয়।

তেওঁৰ পিতাক হেনো ৰেলৰে গাৰ্ড আছিল। এটা ভায়েকো আছিল। সৰু কালতেই ঢুকাল। এদিন হেনো ৰেল দুৰ্ঘটনাত পিতাকো ঢুকাল। ৰেলৰেৰ পৰা পোৱা সামান্য টকাৰ ওপৰতে নিৰ্ভৰ নকৰি, মিচেচ মেক'লেৰ মাকে ইটো-সিটো সিলাই কৰি, ঘৰতে টফি, বিস্কুট আদি তৈয়াৰ কৰি কিছু উপাৰ্জন কৰিছিল। মাক-জীয়েকৰ সাধাৰণ খোৱা-থকা, সেইখিনি টকাৰে নাটনি নোহোৱাকৈয়ে চলি গৈছিল। তাৰ উপৰি মাকে জীয়েকক 'নাৰ্চিং' স্কুলতো ভৰ্তি কৰি দিছিল। এসময়ত ভালদৰে 'নাৰ্চিং' পাছ কৰি তেওঁ এগৰাকী পুৰাদস্তুৰ 'নাৰ্চ' হ'ল আৰু কাম-কাজ কৰিবলৈ আৰম্ভ কৰিলে।

গাভৰু কালত মিচেচ মেক'লেই হেনো বহুতো সম্ভ্ৰান্ত পৰিয়ালত, কেইবাঘৰো ৰজা-মহাৰাজৰ ঘৰত 'নাৰ্চ'ৰ কাম কৰিছিল। সেইবিলাক

দিনৰ কথা কওঁতে বুঢ়ীৰ লকু-মুখ উজ্জ্বল হৈ উঠিছিল। মাদ্ৰাজৰ পিনে কেনোবা এখন হস্পিতেলত কাম কৰি থকা অৱস্থাত মিঃ মেক'লেৰ লগত তেওঁৰ পৰিচয় ঘটে। সময়ত সেই পৰিচয় গৈ পৰিণয়ত স্থিতি লাভ কৰে।

মিঃ মেক'লেৰ হেনো কিবাকিবি সৰু-সুৰা খাট-খুট ব্যৱসায় আছিল। ব্যৱসায়ত হেনো লাভতকৈ লোকচানেই বেছি হৈছিল। তাৰ উপৰি হেনো তেওঁ বৰকৈ মদ খাইছিল। মিচেচ মেক'লেই বিয়াৰ আগতে বোলে তেওঁলোকৰ দস্তৰমতে 'কোৰ্টছিপ'ৰ সময়-ছোৱাত সইকথা একো গম পোৱা নাছিল। মিঃ মেক'লেৰ প্ৰীতিপূৰ্ণ ব্যৱহাৰত ভোল গৈ আছিল। লাহে লাহে দিন যোৱাৰ লগে লগেহে তেওঁ গিৰিয়েকৰ অত্যাধিক মদ্যপানৰ কথা বুজি পালে। দুয়োৰে দ্বন্দ্ব-হাইৰ মাত্ৰা দিনক দিনে চৰি গ'ল। ইতিমধ্যে মিচেচ মেক'লেৰ বুঢ়ী মাকো ঢুকাল। মাকৰ পৰা যিখিনি সহায় পাইছিল সিও নোহোৱা হ'ল।

মিঃ মেক'লে হেনো মদ খাই খাই পিত্তৰ অসুখত ভুগিছিল। সেই বেমাৰতে এদিন তেৰোঁ ঢুকাই থাকিল। তেওঁলোকৰ কোনো সতি-সন্ততি হোৱা নাছিল। মিচেচ মেক'লে সংসাৰত অকলশৰীয়া হ'ল।

মাক আৰু গিৰিয়েক ঢুকুৱাৰ পাচত মিচেচ মেক'লেৰ আৰু মাদ্ৰাজত থাকিবলৈ ভাল নলগা হ'ল। তেওঁ হস্পিতেলৰ কাম এৰি দি এটা ধনী পৰিয়ালৰ ল'ৰা-ছোৱালীৰ 'গভৰ্নেচ' হিচাপে কলিকতালৈ আহিল। তাত চাৰি-পাঁচ বছৰ থাকি, হাতত কিছু ধন গোটাই লৈ তেওঁ স্বাধীনভাৱে 'নাৰ্চ'ৰ কাম কৰিবলৈ ললে।

এনেকৈয়ে নাৰ্চৰ কামৰ সূত্ৰতেই তেওঁ এবাৰ এগৰাকী ধনী নবীয়া তিৰোতাৰ 'নাৰ্চ' হৈ ছিলঙলৈ আহিছিল বহু বছৰ আগতে।

তেওঁৰ ৰোগী ভাল হ'ল। নিজ পৰিয়ালটো উভতি গ'ল। মিচেচ মেক'লে কিন্তু ছিলঙতে থাকি গ'ল। তেওঁ 'নাৰ্চ'ৰ ব্যৱসায় ছিলঙতো আৰম্ভ কৰিলে। সুদক্ষ 'নাৰ্চ' আছিল—তেওঁৰ কামৰ অভাৱ নাছিল।

এইদৰেই সেই সময়ৰ ছিলঙৰ সকলো ডাক্তৰ, হস্পিতেল, ডাঙৰ ডাঙৰ পৰিয়াল আদিৰ লগত তেওঁৰ পৰিচয় ঘটিছিল।

বয়স বঢ়াৰ লগে লগে মিচেচ মেক'জেই 'নাৰ্চ'ৰ কাম কম পৰিমাণে কৰিব ধৰিলে। বিছেৰিকৈ দূৰলৈ বা অতি কঠিন কামলৈ তেওঁ যাব নোৱাৰা হ'ল। পৰিবৰ্তে মিচেচ মেক'জেই ঘৰতে এটা 'ক'চিং ক্লাচ'ৰ দৰে খুলিলে। তাত কিন্তু 'নাৰ্চিং' শিক্ষা দিয়া নাছিল। ইংৰাজী লেখা, পঢ়া আৰু কোৱাহে শিকাইছিল।

'নাৰ্চ' হিচাপে কাম কৰি ফুৰা সময়ত তেওঁৰ বহুতো ডাঙৰ ডাঙৰ পৰিয়ালৰ লগত চিনাকি হৈছিল। সেই ডাঙৰ মানুহসকলৰ পৰিবাৰসকলে ইংৰাজী কথা ক'বলৈ আৰু 'চাহাবী' আদব-কায়দা শিকিবলৈ মিচেচ মেক'জেৰ শৰণাপন্ন হৈছিল।

প্ৰথমতে কোনো কোনো মানুহৰ ঘৰলৈ গৈ বুঢ়ীয়ে 'মেম-চাহাব' হ'বলৈ ইচ্ছুক গৃহিনীসকলক সেই শিক্ষা দিছিলগৈ। পাছলৈ স্বাধীনতাৰ পাছত যেতিয়া নামনিৰ নানা ঠাইৰপৰা ডাঙৰ ডাঙৰ পদলৈ যোৱা বিষয়াসকলৰ পৰিবাৰসকল আহি পালে তেনে 'ছাত্ৰী'ৰ সংখ্যা বাঢ়িবলৈ ধৰিলে, বুঢ়ীয়ে ঘৰতেই 'ক্লাচ' আৰম্ভ কৰিলে।

এইদৰে বুঢ়ী মেক'জেৰ উপাৰ্জনতো ভাল হলেই, তাৰ উপৰি তেওঁৰ 'মেমচাহাব' ছাত্ৰীসকলে নিজৰনো কেনেধৰণৰ উন্নতি হৈছে, তাৰ প্ৰমাণ দিবলৈ নানা 'পাৰ্টি' আদি পাতি বুঢ়ী মেক'জেক সেই-বিলাকলৈ নিমন্ত্ৰণ কৰিবলৈ ধৰিলে। লগতে ইটো সিটো 'প্ৰেজেন্টো' আছেই।

মোৰ লগত সেই যে মোৰ দ'ৰাৰ বেমাৰত আহিছিল; তাৰ পাছত আৰু বহুদিন দেখাদেখি নাই। মজে সময়ে কেতিয়াবা ৰাস্তাই-ঘাটে দেখা হ'লে এটা অভিবাদনসূচক হাঁহি বা এআৰে 'কেনে আছে'ৰে কথা শেষ হৈছিল।

দ্বিতীয় মহাযুদ্ধৰ শেষৰ পিনে বুঢ়ী মেক'জেই আমাৰ ঘৰৰ ওচৰতে এটা সৰু ঘৰ ভাড়া লৈ থাকিবলৈ ললে। তেতিয়াৰ পৰা, বাটেৰে অহা-যোৱা কৰোতে প্ৰায়েই তেওঁৰ লগত দেখাদেখি হয়। দুই-চাৰি কথা-বতৰাও হয়। মাজে মাজে তেওঁ আমাৰ ঘৰলৈকো আহিব ধৰিলে। কথা-বতৰা পাতি, কেতিয়াবা চাহ বা কফি খাই, কেতিয়াবা বা একো নাখাই, দুটামান বাগানৰ ফুলকে খুজি লৈ যায়।

ক্ৰমান্বয়ে বুঢ়ী একে থকাতে কেৰা বহুবো থাকিল। বয়স আৰু বাঢ়িল। পিছলৈ বুঢ়ীয়ে হাতত লাঠি লৈ ফুৰা হ'ল। গাজৰ

খোপাকা-খোপেকি মগুহ ওলমি পৰিল। চকুৰ তলৰ চামৰা ওলমি গৈ চকুদুটা ওলাই অহাৰ নিচিনা অৱস্থা হ'ল। বুঢ়ীয়ে চকুৰ তলৰ পিৰঠিত এছলা 'এড্‌হেচিভ টেপ্' লগাই চকু দুটা ঠিক ঠাইত ৰাখি থলে।

বয়সৰ কাৰণে বুঢ়ীয়ে আগৰদৰে খাটিবও নোৱাৰা হ'ল। উপাৰ্জনো কমি আহিল।

তেতিয়াও খিৰিলাক ছাত্ৰীয়ে বুঢ়ীক এৰা নাছিল বা যিখিনি পুৰণি ছাত্ৰী আছিল, সেইসকলে মৰম কৰি মিচেচ মেক'জেক টোৰ্টো-সিটো বস্তু অলপ ঘনাই দিবলৈ ধৰিলে। কোনোৱে এটা কেক্, কোনোৱে অলপ মাখন, কোনোৱে চেনী, কোনোৱে চা'হপুত, যিয়ে যি পাৰে বুঢ়ীক মৰম কৰি দিয়ে, কিন্তু নিজ স্বাৰ্থতো দিয়ে। কাৰণ 'ইংৰাজী' ক'বলৈ শিকা আৰু 'মেমশাহাব' হ'বলৈ শিকাৰ আগ্ৰহে তেতিয়াও ভালমতেই চলি আছিল।

নিজৰ অলপীয়া উপাৰ্জন আৰু পুৰণি ছাত্ৰীসকলৰ মৰমৰ ওপৰতে বুঢ়ীৰ দিন একৰকম গ'লে।

ছিলঙৰ বেছিভাগ মানুহেই চৰকাৰী বিষয়া। বুঢ়ীৰ ছাত্ৰী-সকলৰো সৰহ ভাগেই সেই চৰকাৰী বিষয়াসকলৰ পৰিয়াৰ আছিল। চৰকাৰী বিষয়াসকল বদলি হোৱাৰ লগে লগে মিচেচ মেক'জেৰো ছাত্ৰীৰ সংখ্যাও পাতলিল। ইপিনে নতুন ছাত্ৰী সংগ্ৰহ কৰিবলৈও বুঢ়ীৰ দেহা পৰি আহিছিল।

ক্ৰমে বুঢ়ীৰ আৰ্থিক অৱস্থা বেয়াৰ ফাললৈ আহিল। অৱশেষে মানুহে মৰম কৰি উপযাচি বুঢ়ীক বস্তু-বেহানী দিছিলগৈ। লাহে লাহে ছাত্ৰীসকলৰ সেই উদ্যম নোহোৱা হ'ল। মিচেচ মেক'জেৰ ঘৰলৈ যোৱা ছাত্ৰীৰ সংখ্যাও বহু পৰিমাণে পাতলি গ'ল।

তেতিয়া বুঢ়ীয়ে প্ৰায়েই কেৱল নিজৰ ছাত্ৰীসকলৰ ঘৰলৈকেই নহয়, ন-পুৰণি পৰিচিত মানুহৰ ঘৰলৈকো মাজে-সময়ে বস্তু বিচাৰি যোৱা হ'ল।

এই কাৰণেই মিচেচ মেক'জেই মোৰ ঘৰলৈও প্ৰায়েই অহা হ'ল। তেওঁৰ অৱশ্যে 'মাহিনা'ও বেছি নাছিল। কেতিয়াবা অলপ চাহপাত, কেতিয়াবা অলপ চেনি, কেতিয়াবা বা দুটামান মিহি চাউল,—এনে ধৰণৰ বস্তু, অলপ পৰিমাণে দিলেই কৃতজ্ঞ হৈ পৰে। মই প্ৰায়েই

বুঢ়ীক কিবাকিবি খুৱাই পঠিয়াওঁ। আৰু নিবলৈ যি বস্তু দিওঁ, সেইখিনি তেওঁক দিবলৈ পাই যেন মই কৃতাৰ্থ বোধ কৰিছো এনে ভাৱ দেখুৱাওঁ।

এইবিলাক কাৰণতেই হ'ব পায় বুঢ়ীৰ মোৰ প্ৰতি এটা সদ্‌ভাৱ আৰু মৰম উপজিছিল। তেওঁ সদায় মোৰ ল'ৰা-ছোৱালীৰ আৰু গৃহস্থৰ খবৰ-বাতৰি লৈছিল। মানুহৰ আগতো আমাৰ আটাইকেউটাৰ প্ৰশংসা কৰিছিল।

শেষৰ পিনে বুঢ়ীৰ অৱস্থা এনে হ'লগৈ যে ঘৰৰ পৰা ওলোৱাই তেওঁৰ পক্ষে টান হৈ পৰিল। ওলাব লাগিলেই লগত এটা সহায় লগা হ'ল। ওলৰ-চুবুৰীয়া ল'ৰা-ছোৱালীবিলাকৰে কোনোবাই, বা কাম নথকা সময়ত কোনো গৃহস্থনীয়েই বুঢ়ীক মাজে-সময়ে ওলাই-সোমাই ফুৰাত সহায় কৰে।

কিন্তু সকলো সময়তে সেইটো সম্ভৱ নহয়। এনে সময়ছোৱাত বুঢ়ীয়ে খুটখাট নিজৰ কামখিনি কৰিবলৈ যত্ন কৰিছিল। তেওঁ সেই লুঠুপঠুপীয়া অৱস্থাতো, পাৰাই নোৱাৰাই নিজৰ ভৰিৰ ওপৰত থিয় দি থাবলৈ এৰা নাছিল। ওচৰৰে কিছুমান সৰু সৰু ল'ৰা-ছোৱালী গোটাই লৈ সিহঁতক লেখা-পঢ়া শিকাইছিল। সেই ল'ৰা-ছোৱালীবিলাকৰ মাকহঁতেও কিছু সময় অন্ততঃ ল'ৰা-ছোৱালীবিলাক জঞ্জাল নকৰাকৈ, বা বাটে বাটে ঘূৰি নুফুৰাকৈ, বুঢ়ীৰ ওচৰতে আছে বুলি একপ্ৰকাৰ নিশ্চিন্ত হৈছিল। তাৰ বাবে তেওঁলোকে বুঢ়ীক পা-পইছা, বয়-বস্তু যিয়ে যেনেকৈ পাৰে দিছিল। কোনো কোনোৱে বুঢ়ীৰ কাম-কাজো কৰি দিছিলগৈ।

মিচেচ মেক'লেৰ বয়সৰ সৰহভাগ বুঢ়ী মানুহেই জুইৰ ওৰিত বহি কাঁহি-কাঁহি থাকিলহেঁতেন। নাইবা লাগবান্ধ নোহোৱা কথা বা আচৰণৰ দ্বাৰা মানুহৰ বিৰক্তিভাজন হ'লহেঁতেন। বুঢ়ী কিন্তু সেই বিষয়ে সজাগ আছিল।

বুঢ়ীৰ এই আত্মনিৰ্ভৰশীলতা মোৰ বৰ ভাল লাগিছিল। সেই-বাবে মই প্ৰায়েই বুঢ়ীৰ ঘৰলৈ খবৰ লবলৈ গৈছিলো। লগত অৱশ্যে বুঢ়ীৰ বাবে সদায় কিবা অলপমান খোৱাবস্তু লৈ গৈছিলো। যেনেকৈ বুঢ়ীয়ে দৰকাৰ পৰিলে সৰু-সুৰা বস্তুৰ অভাৱৰ কথা মোক জনাবলৈ সংকোচ নকৰা হৈছিল।

বুঢ়ীৰ অকণমান কোঠাটো সদায় জকমকীয়া পৰিষ্কাৰ আছিল। বিছনা-পত্ৰ, দুই-এটা পিন্ধা চোলা, বাচন আদি যি আছিল, সকলো-বিলাক নিজে চিজিল কৰি থৈছিল।

বুঢ়ীয়ে সদায় 'ষ্টেটচ্‌মেন' (Statesman) কাগজ পঢ়িছিল। কোৱা বাহুল্য, ওচৰচুবুৰীয়াৰ পৰা খুজি আনিয়েই পঢ়িছিল। কেতিয়াবা কেতিয়াবা কথা-বতৰা পাতি থাকোতে বা কাগজৰ কোনো এটা খবৰকে আলোচনা কৰি থাকোতে বুঢ়ীয়ে মোকো একাপ চাহ বা কফি খুৱাইছিল। হয়তোবা মই নিয়া চাহ বা চেনিৰেই।

এই অৱস্থাত প্ৰায় দুই তিনিবছৰমান থকাৰ পাছত এদিন বুঢ়ীয়ে মোক ক'লে যে তেওঁৰ এজনী ভাগিনীয়েক কলিকতাৰ এখন কনভেন্ট (Convent)ত 'নান' (Nun)। সেই ভাগিনীয়েকে তেওঁৰ বুঢ়াকালত কষ্ট হোৱা গম পাই, তেওঁৰ নিজৰ কনভেণ্টৰ এটা ওল্ড উইমেন্‌চ্ হোম' (Old womens home)ত তেওঁৰ থকাৰ ব্যৱস্থা কৰিছে। অলপতে আহি তেওঁক লৈ যাব বুলি চিঠিও লেখিছে। বুঢ়ীয়ে মোক চিঠিখন দেখুৱালে। মই বৰ ভাল হৈছে বুলি ক'লো।

ইয়াৰ পাছত কেইবাবাৰো মোৰ মিচেচ মেক'লেৰ লগত দেখা হৈছে। দেখা হ'লেই তেওঁ মোক 'নান' ভাগিনীয়েকে নিবলৈ আহিলে, সাজু হৈ থকা বুলি কয়। আৰু ছিলঙৰ পৰা গলেও যে আমাক সদায় মনত পেলাব, আমাৰ বাবে ঈশ্বৰক প্ৰাৰ্থনা কৰিবলৈ নাপাহৰে ইত্যাদি নানা কথা কয়। মইও তেওঁক বহু ভাল ভাল কথা কৈ কিবা দৰকাৰ হ'লে নিঃসঙ্কোচে ক'বলৈ কৈ ধন্যবাদ দি গুচি আহো।

এবাৰ জাৰৰ বন্ধত আমি ছিলঙৰ পৰা নামি গ'লো, যোৱাৰ আগতে মিচেচ মেক'লেক অৱশ্যে মাত লগাই গ'লো। তেওঁ ক'লে, হয়তো এই ঠাতাৰ ভিতৰতে তেওঁৰ ভাগিনীয়েক আহি তেওঁক লৈ যাব। মোক বহুবাৰ 'গড্ ব্লেজ ইউ' (God bless you) 'গড্ ব্লেজ ইয়'ৰ হাজবেন্দ এণ্ড চিলড্ৰেন' (God bless your husband and children) ইত্যাদি কৈ বিদায় দিলে।

সেইবাৰ ঠাণ্ডাৰ বন্ধৰ পাছত উলটি আহি বুঢ়ী মেক'লেক নেদেখিলো। তেওঁক ভাগিনীয়েকে লৈ গ'ল বুলি জানিলো।

ইয়াৰ পাছত কেইবামাহো পাৰ হৈ গ'ল। মিচেচ মেক'লেৰ

কথাও লাহে লাহে মনত নপৰা হ'ল।

এদিন হঠাৎ, পকোৱা-পকোৱা ডাঙৰ ডাঙৰ আখৰেৰে ঠিকনা লেখা মোৰ নামত এখন চিঠি আহিল। চিঠিখনৰ আৰম্ভণিতেই লিখা আছে—"তোমালোকলৈ সদায় মনত পৰি থকা আৰু সদায়েই তোমালোকৰ মঙ্গল কামনা কৰা এজনৰ পৰা এই চিঠিখন পাই নিশ্চয় তুমি আশ্চৰিত নহ'বা—" তাৰ পাচত বুঢ়ীৰ নিজৰ কথা, কিমান ভালে আছে 'Old women home'ত কেনেকৈ সময় কটায় ইত্যাদি ইত্যাদি। আমাৰ পৰিয়ালৰ সকলোৰে পুংখানুপুংখভাৱে খবৰ সুধিছে। আৰু কোনোবা কোনোবা কেইগৰাকীমান কেনে বেয়া মানুহ তেওঁৰ চিঠিৰ উত্তৰকে নিদিলে বা দিবলৈ অৱহেলা কৰিলে, ইত্যাদি কথাও লেখিছে। মোৰ পৰা যে উত্তৰ পাবই সেই আশা কৰি আমাৰ আৰু চিনাওৰ সকলো খবৰ পাবলৈ বাট চাই আছে বুলি লিখিছে। তাৰ পাছত আমাৰ সকলোৰে বাবে মঙ্গল কামনা কৰি God bless you' বুলি চিঠি শেষ কৰিছে।

বেছ দীঘল চিঠি। যত্ন কৰি লেখা। কঁপা কঁপা হাতেৰে প্ৰায় অকৰ্মণ্য চকুৰে মণি মণি লেখোতে বুঢ়ীয়ে যথেষ্ট সময় দিব লগা হৈছিল আৰু কষ্ট স্বীকাৰ কৰিছিল যেন বোধ হয়।

মিচেচ মেক'লেৰ চিঠি পোৱা আজি কেইবা বছৰো হ'ল। তেওঁ যেতিয়া ইয়াৰ পৰা যায়, তেতিয়াই তেওঁৰ বয়স প্ৰায় সত্তৰ, আশী। আজি অত বছৰৰ পাছত বুঢ়ী জীয়াই নথকাই সম্ভৱ; তেওঁ হয়তো কেতিয়াবাই সিপুৰীলৈ যাত্ৰা কৰিছে।

সেই চিঠিৰ উত্তৰ মোৰ দিয়া নহ'ল। বোধকৰো মোকো মিচেচ মেক'লেই তেওঁৰ খবৰ লবলৈ বা তেওঁৰ চিঠিৰ উত্তৰ দিবলৈ অৱহেলা কৰা নিমখহাৰাম বেয়া মানুহ বুলিয়েই ভাবি গ'ল।

মোৰো এই অনিচ্ছাকৃত অৱহেলাৰ শুধৰণিৰ সময় হৈ গ'ল। অনিচ্ছাকৃত বুলিছো কাৰণ চিঠিখনৰ উত্তৰ দিয়া মোৰ একান্ত ইচ্ছা আছিল। এনেকি সৰু 'ফাইল' এটাৰ মাজত উত্তৰ দিব লাগিব' বুলি খামটোৰ ওপৰত লেখি থোৱাও আছিল।

কিন্তু মানুহৰ এনে বিচিত্ৰ মন, সংসাৰৰ এনে বিচিত্ৰ দাবী, যে সেই চিঠিৰ 'ফাইল'টো, আজি অত বছৰে নোখোলাকৈয়ে পৰি আছিল।

সেইদিনা লেখা টেবুলৰ ড্ৰয়াৰ চাফা কৰোতে, হঠাৎ পিতৃদেউ লোক-লেৰ চিঠিখন ওলাই পৰিল। সময় লৈ প্ৰত্যেকটো [illegible] পঢ়িলো। মনটো উদাস লাগিল, বেয়া লাগিল। মনে মনে কেনে কিবা এটা অপৰাধবোধ হ'ব ধৰিলে।

মনৰ সেই অপৰাধী ভাবৰ বোজা পাতলাবৰ এয়েই সুযোগ বুলি ভাবি আজি লোক চকুৰ আগত মোৰ অপৰাধৰ স্বীকাৰোক্তি কৰিলো।

শুনিবলৈ পাওঁ, স্বীকাৰোক্তি কৰিলে সকলো অপৰাধৰ হেনো মাৰ্জনা আছে। +++

# গুৰুজী

## (১)

পকা থেকেৰা যেন বৰণ, ভাটৌ ঠুটীয়া নাক, পিতলীয়া চকু, মূৰত চুটিকৈ ছটা কেঁচা-পকা চুলিৰ লগত এডাল মধ্যমীয়া আকৃতিৰ টিকনি, লাহী গঠনৰ দীঘল দেহ, লহপহীয়া হাত-ভৰি, গাত ফুতা চোলা, পানী গাঁঠিৰ ওপৰলৈ উঠাকৈ, থোৰ মাৰি পিন্ধা আধামলিয়ন ধুতি, ভৰিত এজোৰ ৰঙা কেনভাচৰ জোতা, হাতত এডাল ৰূপৰ টোপ দিয়া বেতৰ লাঠি আৰু এটা বগা কাপোৰৰ আধা পুৰণি ছাতি—এয়েই হৈছে গুৰুজী।

গুৰুজীৰ আচল নাম যে কি আছিল তাক বহুত বয়সীয়াল মানুহেই নাজানে—ল'ৰা-ছোৱালী, ডেকা-গাভৰুৰতো কথাই নাই। তেওঁ যে কেতিয়াৰ পৰা কেনেকৈ গুৰুজীৰ নাম পালে, সেই কথা বোধকৰোঁ গুৰুজীৰ নিজৰো মনত নপৰে।

এন্ট্ৰেন্স পাছ কৰাৰ পিছত, চেঙেলীয়া বয়সতে জীৱিকাৰ উদ্দেশ্যে বলোৰাম শৰ্মা আহি অসমৰ ৰাজধানী ছিলং চহৰ পাবহি আৰু তাতেই বসবাস কৰিবলৈ ল'ব সেই কথা গুৰুজীৰ আৰু তেওঁৰ পৰিয়ালৰ সপোনৰো অগোচৰ আছিল।

প্ৰথম অৱস্থাত বলোৰাম শৰ্মাই কেইজনমান লগৰীয়া, কৰ্মচাৰীৰ লগতে লাবানৰ ওপৰৰ অঞ্চলত এটা সৰু ঘৰত 'মেচ' পাতি আছিল। কোৱা বাহুল্য, লগৰীয়া আটাইকেইজনে বামুণৰ ল'ৰা আছিল। তেওঁলোকে পাল পাতি বজাৰ-হাট কৰি বান্ধি-বাঢ়ি 'মেচ' চলাইছিল। এজনী আদহীয়া নেপালী তিৰোতাই বাবুহঁতৰ বাচন-বৰ্তন ধুই ঘৰ-দুৱাৰ সাৰি মচি দিছিল। এই 'মেচ'তেই বলোৰাম শৰ্মাৰ 'গুৰুজী' নামৰ পত্তন। নৈষ্ঠিক বামুণৰ ঘৰৰ ল'ৰা। ইংৰাজী পঢ়ি জীৱিকাৰ বাবে ম্লেচ্ছৰ অধীনত চাকৰি কৰিবলৈ, ম্লেচ্ছৰ দেশলৈ আহিলেও বলোৰামে সন্ধ্যা-পূজাৰ ঘাটি নকৰিছিল। লগত কোৱা,

অৰ্ঘা, চন্দন-পটা, চন্দন-কাঠ, বেলপাত, তুলসী ইত্যাদি ভৰা আছিছিল। পুৱা আৰু সন্ধিয়া ঘৰত গা-মুখ ধুই, তিয়াই, ভক্তি কাপোৰ-কানি পিন্ধি অতি নিষ্ঠাৰে সেইতে সন্ধ্যাজপ আদি কৰিছিল। অজাতিৰ হাতত চাহ-তামোল আদি খাবলৈ তেওঁ ভাল নাপাইছিল। বহুতে এই কথাত তেওঁক দাম্ভিক, সঙ্কীৰ্ণমনা আদি বুলি ভাবিছিল। বহুতে 'আপকলি'খানা বুলি সেই সম্বন্ধে বেয়া পাবলগীয়া একো নাই বুলি ভাবে। সৰহভাগ লোকেই ভাল-বেয়া একো নাভাবি নিৰ্বিকাৰ হৈ আছিল।

মানুহে লাহে লাহে বলোবামৰ আচাৰ-নিষ্ঠাৰ কথা, কৰ্মকাণ্ডৰ ক্ৰিয়া-কলাপ, পাঠ-স্বস্ত্যয়ন আদিও জনাৰ কথা জনাজাত হৈ পৰিল। বলোৰামেও এইবিলাক কথাত সুবিধা পালেই মানুহক সহায় কৰে। আচাৰ-নিষ্ঠা মানি চলিলে যে জাগত পৰ বেয়া নাই সেই বিষয়ে সৰু-সুৰা বক্তৃতাই দি পেলায়। এইদৰেই ছিলং চহৰত সোমোৱাৰ অলপ দিন পাছৰ পৰাই তেওঁ ডাগৰীয়া সমনীয়াৰ মাজত 'গুৰুজী' আখ্যা পালে, আৰু ক্ৰমে আচল নাম তল পৰি 'গুৰুজী' নামেৰে জনাজাত হৈ পৰিল।

ৰাজধানীত অফিচ বজাৰ লগে লগে, সুৰমা উপত্যকাৰ অলপন কৰ্মচাৰীৰ লগত দুই এক কৰি, ব্ৰহ্মপুত্ৰ উপত্যকাৰ লোক সকলো আহি ছিলঙৰ চেক্ৰেটেৰীয়েটত কেৰাণী হৈ সোমাইছি।

সেই সময়ত 'কেৰাণী' শব্দটো মানুহে অসম্মানজনক বুলি নাভাবিছিল। বৰং বেছি ভাগ ক্ষেত্ৰতে কাৰ্যদক্ষ কেৰাণীসকলক ওপৰৱালা অফিচাৰসকলে সম্মান কৰি চলিছিল। ডেকা অফিচাৰ-সকলে বয়সীয়াল কেৰাণীসকলক যথেষ্ট শ্ৰদ্ধা-সম্মান, আনকি ভয় কৰি চলিছিল। সেই সময়ত অফিচাৰসকলৰ সৰহভাগেই বিদেশী বগা চাহাবেই আছিল। তেওঁলোকে সামৰ্থ্য, যোগ্যতা আৰু বয়সক শ্ৰদ্ধা দেখুৱাবলৈ সঙ্কোচ অনুভৱ নকৰিছিল। দুয়ো পক্ষত ব্যতিক্ৰম নিশ্চয় আছিল, কিন্তু সাধাৰণতে তেনে নহৈছিল।

কেৰাণীসকলেও নিজৰ সামৰ্থৰে ভুলোভাবেকে সুচাৰুৰূপে অফিচাৰৰ কামত সহায় কৰাটো তেওঁলোকৰ কৰ্তব্য বুলি ভাবিছিল। বেছি বয়সীয়া কেৰাণীয়ে নিজৰ পুতেকৰ বয়সৰ অফিচাৰৰ তলত কাম কৰিও সম্মান হানি ঘটা বুলি ভাবিবৰ কাৰণ নাপাইছিল। বৰং

নতুন অফিচাৰে নজনা কথাবিলাক স্নেহমিশ্রিত শ্রদ্ধাৰে সেইটো ডেকা অফিচাৰক শিকাই দিছিল। সেইদৰে অফিচাৰসকলৰ পৰাও কৰ্ম-পটুতা আৰু কৰ্মনিষ্ঠাৰ বাবে শ্রদ্ধা আকৰ্ষণ কৰিব পাৰিছিল।

যি হওক, ছিলং চহৰত এইদৰে অসমীয়া লোকৰ বসবাস বঢ়াৰ লগে লগে দুই এক কৰি সকলোৱে নিজ নিজ পৰিয়ালসকলকো আনিব ধৰিলে। ল'ৰা-তিৰোতাৰে সংসাৰ পাতি থাকিবলৈ লোৱাৰ লগে লগে সকসুৰা পূজা-পাঠ, ক্রিয়াকৰ্ম আদিও মাজে সময়ে কৰিবলগীয়া হৈ পৰিল।

সৰহভাগ লোকেই ছিলঙত বামুণ পুৰোহিত, পূজা-পাঠৰ দ্রব্য-সম্ভাৰ ইত্যাদিৰ অসুবিধাত পূজা-বিধি আদি নিজ নিজ ঘৰলৈ গৈয়ে পাতিছিল। নিতান্ত উপায়হীন নহলে ছিলঙত তেতিয়াৰ দিনত ধৰ্মানুষ্ঠান নহৈছিল বুলিব পাৰি। যেতিয়া কাৰোবাৰ তেনে দৰকাৰ পৰে, সৰ্বআগে 'গুৰুজী'ৰ নামেই মানুহৰ মনত পৰে।

'গুৰুজী' আছি কি পাঠ, কি পূজা আদি বিচাৰ কৰি সেই মতে বস্তু-বাবৰ লিষ্টি কৰি দিয়ে; গুৱাহাটীৰ পৰা বস্তু গোটাই অনাত সহায় কৰে। পূজাৰী হ'ব লাগে তেওঁ নিজে। এইদৰে তেওঁ অন্তিম সময়তো শ্মশান-যাত্রাৰ বন্ধু। ছিলঙৰ ঠেঁটুৰা লগা জাৰত ঘোৰ বৰষাৰ প্রবল বৰষুণৰ মাজত, ৰাতি হওক দিনত হওক, শেষ কাৰ্য কৰাবলৈ সদায় গুৰুজী উপস্থিত হয়হি। পাৰিশ্রমিকৰ কথা তেওঁ নাভাবে। বিপদত সহায় কৰিবলৈহে আহে। পূজাই-পাঠে গৃহস্থই যি ইচ্ছা দিয়ে। তেওঁ সেই বিষয় একো একয়। আকৌ দান দিয়া বস্তু নললে গৃহস্থৰ অমঙ্গল হয় বুলি যি দিয়ে তাকে লৈ থয়। আগ্রহ বা বিৰক্তি নাই। কৰ্তব্য বুলি ভাবি কৰে।

এইদৰে বিপদে-আপদে সুখে-দুখে সকলোৰে সহায় হৈ ফুৰি গুৰুজীয়ে নিজৰ সংসাৰ পতাৰ কথা পাহৰিয়ে থাকিল। প্রথম অৱস্থাত অসমীয়াসকলে আৰু ঘৰৰ পৰাও কেৰাবাৰো ধৰামেলা কৰিছিল, কিন্তু পৰোপকাৰী গুৰুজী অফিচৰ সময়ত ওপৰৱালা অফিচাৰসকলক, জনৰীয়া কেৰাণীসকলক সহায় কৰাত আৰু বাহিৰা সময়ত আন আন লোকৰ ঘৰৰ তত্ত্বাৱধান আদিত ইমান ব্যস্ত যে নিজৰ তত্ত্বাৱধান আৰু সহায়ৰ বাবে যে এজনী লগৰীৰ আৱশ্যক, সেইকথা সময়ত ভাবিবলৈ নাপালে। এইদৰে গুৰুজীয়ে কাৰো

ঘৰত বেমাৰী পৰ দি, কাৰো মুৰত ধৰি শীতলা তত বুলি, আৰো কিবা সহজে পোৱা টান বস্তু গোটাই দি, বিপদত সহানুভূতি, সম্পদত আনন্দ, শোকত সান্ত্বনা, ৰোগত শুশ্ৰূষা, দুখত সহায় কৰি সেই সময়ৰ বহুতো ছিলংবাসীৰ অন্তৰৰ এটা চুকত সোমাই গৈছিল। বিশেষকৈ অসমীয়া বাসিন্দাসকলৰ মাজত 'শুকজী' যেকগা ৰকাগ হৈছিল।

কোনোবাই ঘৰৰ পৰা ভাল দৈ, মালভোগ কল, চিৰা, আখৈ আদি আনিলে প্ৰথমেই শুকজীলৈ এভাগ আগ কৰি থবই থব। কাৰোবাৰ ঘৰত কিবা এটা আনন্দ উৎসৱ বা পূজা-পাঠ পাতিলে শুকজী উপস্থিত থাকিব পৰাকৈ দিন-ক্ষণ চাইহে পাতে। এইদৰে শুকজী অসমীয়া-বঙালী-খাচীয়া সকলোৰে প্ৰিয়পাত্ৰ হৈ পৰিছিল। ওচৰ-চুবুৰীয়া আৰু অফিচত একেলগে কামকৰা খাচীয়াসকলৰ লগতো তেওঁৰ সৌহাৰ্দ্য আছিল। সেইসকলৰ বিপদ-সম্পদতো শুকজী সদায় উপস্থিত থাকিছিল। কেৱল হিন্দুৱে আৰু বামুণে কৰিব নোৱাৰা বা নোপোৱা কামবিলাকহে তেওঁ নকৰিছিল। শুকজীৰ স্বভাৱৰ মহিমা ক্ৰমে এনে বিস্তৃতি লভিছিল যে এই সামান্য কথাৰ বাবে তেওঁক কোনো অহিন্দুৱে বেয়া নাপাইছিল। বৰং তেওঁৰ ধৰ্মপৰায়ণতাক বিস্মিত শ্ৰদ্ধাৰে সৈতে গ্ৰহণ কৰিছিল।

বহুতো খাচীয়া পৰিয়ালৰ লগত 'শুকজী'ৰ অহাযোৱা কৰা, খা-খবৰ লোৱা অভ্যাস আছিল। তেওঁলোকে শুকজী গলে বাঁহৰ অকণ অকণ থিয় খৰাহীত গোটা তামোল-পাণ উলিয়াই দিয়ে। শুকজীয়ে নিজৰ জেপৰ পৰা পেনচিগ কটা চুৰীখন উলিয়াই লৈ তামোল-পাণ কাটি নিজেও খায়, গিৰিহঁতকো দিয়ে। বাৰীৰ আলু-কবি-শাক-পাচলি ইত্যাদিও প্ৰায় শুকজীৰ ঘৰলৈ তেওঁৰ খাচীয়া বন্ধুসকলে লৈ আহে। তেওঁলোকৰ বিয়াই-সবাহে শুকজীক আদৰ-সাদৰকৈ মাতি নি সম্মানেৰে বহুৱায়।

এনেকৈ থাকোঁতে থাকোঁতে বলোৰাম শৰ্মাই উজনি অসমৰ নিজৰ ঘৰৰ কথা পাহৰা যেনেই হ'ল। মাক-দেউতাক চুকোৱাৰ কথা ঘনাই সোঁৱৰাই দিওঁতাও নোহোৱা হ'ল। ভাই-ককাই, বাই-ভনী বা আত্মীয়-বন্ধুৱে মাজে মাজে কৰা যদিও আকৌ পাহৰে। 'শুকজী'ৰ সেইবিলাকত মন দিবৰ সময় নাই। এনেকৈ তেওঁৰ

বয়স ভাটি দিবলৈ ধৰিলে। লাহে লাহে উজনী অসমৰ ঘৰলৈ যোৱাও পাতলি আহিল। ঘৰৰ পৰাও বিহুবানৰ গামোচা, পিঠা আদি অহা পাতলিল। ক্ৰমে ক্ৰমে দুই পিনৰ পৰাই সকলোবিলাকৰ আদান প্ৰদান পাহৰাৰ নিচিনা হ'ল। এইবাবে অৱশ্যে বলোৰাম শৰ্মাৰ একো অসুবিধা নহৈছিল। তেওঁ আপোন মনে সন্মুখত যি কৰ্তব্য পৰে তাকে কৰি আনন্দত থাকিল।

এইদৰে দিন গৈ গৈ গুৰুজীৰ পেনচনৰ সময় পালেহি। অফিচাৰ, লগৰীয়া কৰ্মচাৰী, চাপ্ৰাচী সকলোৱে বৰ ধুম-ধাম কৰি চাহৰ পাৰ্টি পাতি, অভিনন্দন গাই, মালা পিন্ধাই, বৰ চাহাবে 'গুৰুজী'ৰ অশেষ গুণৰ প্ৰশংসা কৰি দীঘলীয়া বক্তৃতা দি গুৰুজীৰ বিদায়-মেল পাতিলে। সকলোৰে অনুৰোধক্ৰমে গুৰুজীয়ে সেইদিনা তেওঁলৈ বেলেগে যতনাই থোৱা কল-কমলা-আপেল-সন্দেশ আদি আচুতীয়াকৈ পাতি থোৱা টেবুল-চকীত বহি অতি সাৱধানে চুৱা-ভাজৰ লেঠা বচাই খালে। আনন্দ-বিষাদৰ মাজত বিদায় মেল শেষ হ'ল। চাহাবসকলক হেণ্ডচেক' কৰি লগৰীয়াসকলৰ কাকো সাবটি ধৰি, কাৰো মূৰত ধৰি আশীৰ্বাদ কৰি চাপ্ৰাচীসকলৰ সেৱা লৈ গুৰুজীয়ে তেওঁৰ কেৰাণীজীৱনৰ পৰা অৱসৰ ললে।

সকলোৱে ভাবিছিল গুৰুজীয়ে হয়তো এতিয়া লাহে লাহে ছিলং এৰি যাবগৈ। কাৰণ বুঢ়া বয়সত পৈত্ৰিক ভেটিত আত্মীয়-স্বজনৰ মাজত শেষ নিশ্বাস পেলোৱাটো ভেতিয়াৰ দিনত প্ৰায় সকলে বাঞ্ছা কৰিছিল, কিন্তু গুৰুজীয়ে তেওঁৰ সেই প্ৰথমতে সোমোৱা ওপৰ জাবানৰ এক দুখুটলীয়া ঘৰটোতে থাকি গ'ল। সেচব লগৰীয়া-সকলে বিয়া-বাক কৰাই কোনো কোনোৱে যোৱাগৈ ঘৰলৈ গ'ল। কোনো কোনো বদলি হৈ ছিলং এৰিলে। গুৰুজীয়ে শেষত ঘৰটোকে কিনি ল'লে আৰু তাতেই নিজৰ কাম নিজে কৰি আটোম-টোকাৰিকৈ থাকি গ'ল। অৱসৰ পোৱাৰ পৰা তেওঁৰ পূজা-সন্ধ্যা কৰা, খা-খবৰ লোৱা আদি বাঢ়ি গ'ল। অৱসৰ লৈও তেওঁ এনেয়ে বহি থকা নাছিল। যিসকলে ইচ্ছা কৰিছিল সেইসকলক হিন্দুৰ ক্ৰিয়া-কলাপ, পূজা-পাঠ আদি শিকাইছিল। তেওঁৰ অবৰ্তমানত যাতে এইবিলাকৰ বাবে মানুহে হাবাথুৰি খাই ফুৰিব নলাগে সেইবাবে তেওঁ এই ব্যৱস্থা হাতত লৈছিল। এইদৰেই তেওঁ আনন্দেৰে দিন কটাইছিল।

ইয়াৰ কিছুবছৰ পাছত গুৰুজীৰ দেহ ক্ৰমে পৰি আহিছিল। দিন যোৱাৰ লগে লগে অসমীয়া মানুহৰ বসতিও বাঢ়ি আহিছিলে, কিন্তু তেওঁলোকৰ আৱশ্যক ক্ৰিয়া-কলাপ ইত্যাদিৰ বাবে এনে সুবিধা কৰি ল'ব পৰা নাছিল। একমাত্ৰ গুৰুজীয়েই তেতিয়াও সকলোৰে অৱলম্বন। এনেকৈ বয়স পৰি অহাতো অত্যাধিক পৰিশ্ৰমৰ ফলত গুৰুজী নৰিয়াত পৰিল। যি মানুহৰ কোনেও কেতিয়াও এদিনলৈকে পানীলগা, মূৰ-বিষোৱা বা পেটৰ বেমাৰৰো কথা শুনা নাছিল, সেই মানুহ নৰিয়াত পৰাত গুৰুজীৰ বন্ধু-বান্ধৱ, আশ্ৰিত ভক্ত আদি সকলোৱে উদ্বিগ্ন হ'ল। গুৰুজী নিজেও দুৰ্বল হৈ পৰিল। কিছুদিন এইদৰে বিছনাত পৰি থাকি সকলোৰে পৰা অপৰ্যাপ্ত আতি-পতি পাই গুৰুজীয়ে এদিন তেওঁৰ ওপৰ জাবানৰ দুই খোটলীয়া ঘৰৰ আগফালে থকা এখানমান চোতালখনত শেষ নিশ্বাস পেলালে। কাষে পাজৰে থকা চিনা-নিচিনা সকলোৰে মাজত শোকৰ ঢৌ উঠিল। প্ৰত্যেকে কিদৰে গুৰুজীৰ পৰা উপকাৰ পাইছিল তাকে ইজনে সিজনক কৈ নিজকে আনজনতকৈ গুৰুজীৰ বেছি প্ৰিয় আৰু আপোন প্ৰতিপন্ন কৰিবলৈ যত্নবান হ'ল।

অৱশ্যে তেওঁলোকে সঁচাকৈয়ে অন্তৰৰ পৰা গুৰুজীক শ্ৰদ্ধা-ভক্তি কৰিছিল আৰু ভাল পাইছিল। ডাঙৰ বা জনপ্ৰিয় মানুহৰ লগত ঘনিষ্ঠতা থকা কথা আনক কৈ গৌৰৱ অনুভৱ কৰিবলৈ ভাল পোৱাটো মানুহৰ মনৰ এটা দুৰ্বলতা। গতিকে গুৰুজীৰ নিচিনা এজন ডাঙৰ-সৰু সকলোৰে প্ৰিয়, সকলোৰে শ্ৰদ্ধা, ভক্তি, সমীহ কৰা লোকৰ লগত নিজৰ ঘনিষ্ঠতা প্ৰতিপন্ন কৰিবলৈ অনেকে অনেক প্ৰকাৰে তৎপৰ হ'ল। বহুতো ফুল-চন্দন, গুৰুজীৰ ঘৰতে থকা শুকান তুলসী পাতৰ মালা, ধূপধূনা নাম-কীৰ্তন আদিৰে মহা-সমাৰোহেৰে গুৰুজীৰ নশ্বৰ দেহা শেষকৃত্যৰ বাবে শ্মশানলৈ শোভাযাত্ৰা কৰি লৈ অহা হ'ল। তাত পুনঃ পুনঃ বিপুল হৰিধ্বনিৰ মাজত গুৰুজীৰ দেহ চিতাত তুলিবলৈ যোগাৰ কৰা হ'ল। এই সময়তে তেওঁৰ পুৰণা কাপোৰ-কানি সলাই দেহা ধুই-পখালি পবিত্ৰ কৰি নতুন কাপোৰ পিন্ধোৱাৰ আয়োজন কৰিব খোজোঁতে 'গুৰুজী'ৰ পিন্ধি থকা ধুতিখনৰ খোচনিত এটা অকণমান কেঁচুৱাৰ-কঠুৱ কাপোৰৰ টোপোলাৰ ভিতৰত এটা সৰু আকাৰৰ ওলাল। সকলোৱে সেইখন গুৰুজীৰ উইল বা তেওঁৰ

পাখিৰ সা-সম্পত্তি আদিৰ কি ব্যৱস্থা হ'ব তাৰেই কথা লেখি থোৱা বুলি ভাবি কাগজখন পঢ়িবলৈ হেতাওপৰা লগালে। সকলোৰে মনত ধাৰণা আছিল যে ছিলঙত গুৰুজীৰ যি সামান্য স্থাৱৰ-অস্থাৱৰ সম্পত্তি আছে সেই সকলোবিলাক তেওঁ নিশ্চয় জনহিতকৰ কাৰ্যৰ বাবেই দান কৰি যাব। এনে পৰাৰ্থপৰ উদাৰ অকলশৰীয়া মানুহেনো আৰু কি কৰিব সম্পত্তিবিলাকেৰে?

এই কথন-মথনৰ ভিতৰতে কোনোবা এজনে টোপোলাটোৰ পৰা লেফাফাটো উলিয়াই মুখখন অতি যত্নেৰে সমানভাৱে ফালি, ভিতৰৰ কাগজডোখৰ উলিয়ালে। কেবাজনেও উবুৰি খাই লেমৰ আৰু জোৰৰ পোহৰত পঢ়িব ধৰিলে। পঢ়োঁতা কেইজনৰ মুখৰ ৰূপ সলনি হোৱা দেখি আৰু কেইজনমান গ'ল, কি লেখা আছে সেইখন কাগজত চাবলৈ। এইদৰে একোবাৰকৈ কেইজনমান যায়, কাগজডোখৰ, জুমি জুমি কেইবাৰমান পঢ়ে; পঢ়ি থাকোঁতে থাকোঁতে মুখৰ ৰং সলনি হৈ যায়। ইটোৱে সিটোৰ মুখ চোৱা-চুই কৰে, ফুচফুচাই কিবা কয়।

ফুচ-ফুচনি গুজ-গুজনি, মুখ চোৱাচুইৰ মাজতে কাগজডোখৰত লেখা কথাৰ ৰহস্য শ্মশানযাত্ৰীসকলে জানিব পাৰিলে। জানি—সকলোৰে মুখৰ মাত হৰিল, হতভম্ব হ'ল। দিঠক নে সপোন দেখিছে বুজিব নোৱাৰি বহুতে নিজৰ গাত চিকুটিও চালে। আচম্বিতে প্ৰলয় হৈ পৃথিৱী তললৈ গ'লেও কিজানি সেই মানুহবিলাক ইমান আচৰিত, ইমান ভীত, এনে বিমূঢ় হৈ নপৰিলহেঁতেন।

কাগজখনত অতি স্পষ্ট আখৰেৰে, অতি যত্নেৰে সকলোৱে সহজে পঢ়িব পৰাকৈ লেখা আছিল "মোৰ ছিলঙত থকা সকলো স্থাৱৰ-অস্থাৱৰ সম্পত্তি মই----ক দি গলোঁ।" তলত নিজৰ নাম চহী কৰি তেওঁ বেমাৰ পৰাৰ দুদিনমান পিছৰ তাৰিখ দিয়া। কাগজখনত ঘৰে ঘৰে ফল-পাচলি বেচি ফুৰা এজনী ধুনীয়া খাচীয়া ছোৱালীৰ নাম। তাইক সকলোৱে চিনি পায়। তাইৰ মাকেও তেনেকৈ ঘৰে ঘৰে ফল-পাচলি বিক্ৰী কৰি ফুৰিছিল। গুৰুজী প্ৰথমেই ছিলঙলৈ অহা সময়ত তাই পাট গাভৰু আছিল। তেজাল সুঠাম অংগ-প্ৰত্যংগৰে যুকলি-যুৰীয়া পাহাৰী ছোৱালীজনীয়ে সেই বয়সত ছিলঙত থকা ডেকাসকলে এবাৰ নহয় এবাৰ নোচোৱাকৈ থাকিব নোৱাৰিছিল। তাইও মাকৰ লগত ঘূৰত কেতিয়াবা আমাকসৰ

খাপা, কেতিয়াবা আলু, কেতিয়াবা কমলা ইত্যাদি লৈ মানুহজনৰ ঘৰে ঘৰে বেহা কৰি ফুৰিছিল।

সেই সময়ত কেতিয়া কেনেকৈ যে উজনি অসমৰ নৈষ্ঠিক ব্ৰাহ্মণৰ ঘৰৰ চেণ্ডেলীয়া ডেকা বজোৰামৰ প্ৰতি তাইৰ দুৰ্বলতা জাগিছিল, আকৌ নিৰ্ভীক, তেজাল সুঠাম পাহাৰী ছোৱালীৰ মনটোও কেনেকৈ যে চকচকীয়া বগা লহপহীয়া ডেকা বজোৰামে সাঁচি ৰাখিছিল, তাক সেই দিনৰ পৰা আজিৰ এই মুহূৰ্তলৈকে কোনেও ঘূণাক্ষৰেও নাজানিছিল। এই বিষয়ে শুকজী যেনেদৰে নিৰ্বাক, তেওঁৰ মনোহাৰিণী খাচীয়া গাভৰুও সেইদৰে নিৰ্বিকাৰ আছিল।

অসমীয়া, খাচীয়া, বঙালী আদি সকলো লোকৰ অগোচৰেই তেওঁ যিদৰে নিজকে বিলাই দিছিল, আৰু নিজে যেনে সকল আড়ম্বৰহীন প্ৰায় ব্ৰহ্মচাৰীৰ জীৱন যাপন কৰিছিল, সেইবোৰ দেখি-শুনি কোনেও তেওঁৰ চৰিত্ৰৰ এনে এটি দুৰ্বলতাৰ কথা সপোনতো ভাবিব নোৱাৰিছিল।

এতিয়া শ্মশানত শেষ কৃত্যৰ সময়ত 'শুকজী'ৰ জীৱনৰ এই ৰহস্য তেওঁৰ স্বেচ্ছাকৃত স্বীকাৰোক্তিৰ পৰা জানি তেওঁ ঘৰলৈ নোযোৱা, বিয়া-বাৰু নকৰোৱা আদিৰ কাৰণ সকলোৱে যেন নতুনৰূপে বুজি পালে।

প্ৰথমতে সকলোবিলাক আচৰিত হ'ল; নিজৰ চকু-কাণকে বিশ্বাস কৰিব নোৱাৰা যেন পালে। লাহে লাহে কথাটোৰ মৰ্ম উপলব্ধি হ'ল। বু বু বা বা, ছিঃ ছিঃ ছাঃ ছাঃ লাগিল।

বেছি ভাগেই ৰামবিষ্ণু সুঁৱৰি আঁতৰি গ'ল। কেইজনমানে কৰ্তব্য বুলি ভাবি খাচীয়া ছোৱালীজনীক খবৰ দিবলৈ গ'ল। কেইজনমানে চৰিত্ৰ-বিচিত্ৰতাৰ কথা বিৰবি বিৰবি মৰা শ ৰখি ৰিহ থাকিল। হৰিধ্বনি নামকীৰ্তন সকলো উদ্যম ক'ৰবালৈ গ'ল।

খাচীয়া ছোৱালীজনীয়ে কথাটো শুনি একো বুজি নাপালে। তাই কঁকালৰ বিষত কেঁকাই থকা বুঢ়ী মাকক মাতি আনিলে। মাকে কথাখাৰ শুনি থৰথৰ কৰি কঁপি উঠিল। আগন্তুক মানুহবিলাকৰ মুখলৈ ভাবশূন্য খোলা চকুৰে ৰ লাগি চাই থাকি তাই লাহে লাহে ঢলি পৰিল। জীয়েকে আঁথে বেথে বুঢ়ীক ধৰি ভিতৰলৈ লৈ গ'ল।

শ্মশানযাত্ৰীবিলাক ঘৰাঘৰি ওভতাৰ পাছত সকলোৱে কথাষাৰ শুনিলে। প্ৰথমে সকলোৱেই অবিশ্বাস কৰিছিল। পাছত এনে সাংস্কৃতিক মানুহ এজনক এনেকৈ মান-সম্মান শ্ৰদ্ধা-ভক্তি কৰাৰ বাবে সকলোৰে মনত কম বেছি আক্ষেপ হ'ব ধৰিলে। বহুতেই ঘৃণাত নিৰ্বাক হৈ ৰ'ল। সকলোৰে মনত গুৰুজীৰ চোঙেলীয়া বয়সৰ এটা মুহূৰ্তৰ কাৰ্যটোহে বৈ গ'ল। তেওঁৰ আজীৱন পৰাৰ্থে জীৱন বিলোৱাৰ কথা কাৰো মনলৈ নাহিল। বৰং সকলোৱে বুঢ়াৰ পেটে পেটে এনে স্বভাৱ আৰু সেই বাবেই বিয়া-বাৰু নকৰাই ঘৰ-বাৰী এৰি মানুহৰ ঘৰে ঘৰে ভালৰি বোলাই ফুৰাৰ কথাকে কৈ কৈ এনে এজন সমাজ কলঙ্কিত কৰা লোকৰ পৰা অব্যাহতি পাই নিশ্চিন্ত হ'ল।

+++

# শিক্ষকৰ শেষ পাঠ

এইটো সৰুধন বৰা নামেৰে এজন সাধাৰণ পাঠশালা স্কুলৰ পণ্ডিতৰ কাহিনী।

নগাঁওৰ কামপুৰ অঞ্চলৰ কপিলী নদীৰ দক্ষিণ কাষে থকা গোটেই কেইখন গাঁওতে সৰুধন বৰাৰ শিক্ষক হিচাপে বৰ নাম আছিল। প্ৰকৃত বিদ্যোৎসাহী, অনলস, সৰল স্বভাৱ আৰু সৎসাহস আদি আদৰ্শ শিক্ষক জনোচিত বহুবিধ গুণৰ বাবে সেই সময়ত সৰুধন পণ্ডিতক সকলোৱে শ্ৰদ্ধা কৰিছিল, ভাল পাইছিল। আনকি স্কুল পৰিদৰ্শকসকলো সৰুধনৰ পাঠশালাৰ ছাত্ৰবিলাকৰ শিক্ষা আৰু চৰিত্ৰৰ মান দেখি অতি সন্তুষ্ট আছিল। এই কাৰণে চৰকাৰী পৰিদৰ্শকসকলৰ মনতো সৰুধন বৰাই এখন শ্ৰদ্ধাৰ আসন অৰ্জন কৰি লৈছিল।

ঊনৈছশ বিয়াল্লিছৰ গণ-আন্দোলনৰ সময়ত, অসমৰ গাঁৱে-ভূঁৱে সকলোতে জনগণৰ বিৰাট জাগৰণ হ'ল। ইংৰাজ খেদা, 'কৰেঙ্গে ইয়া মৰেঙ্গে', 'Quit India', 'ভাৰত ছোৰো' আদি নানা 'শ্লোগান'ৰ হুহুংকাৰত অসমৰ গগন পৱন বিদীৰ্ণ হৈ পৰিল। এই আন্দোলনৰ ঢেঁচা নগাঁও অঞ্চলতেই অধিকৰূপে পৰিছিল। ধৰা-মাৰা, পলায়ন, ষড়যন্ত্ৰ ইত্যাদি নগাঁওতে বেছি পৰিমাণে হৈছিল। কলঙ গোটেই অঞ্চলতে আমেৰিকান, ইংৰাজ, নিগ্ৰো, জাঠ, গুৰ্খা আদি সৈন্যই পিৰাপিৰি দি ফুৰিছিল। মানুহৰ দিনটো আছিল ৰাতিটো সুপুৰাৰ, ৰাতিটো পুৱালে দিনটো নাপাৱ যেন অৱস্থা। প্ৰায় প্ৰত্যেক ঘৰে ঘৰেই এজন দুজন ডেকাল'ৰা আন্দোলনত জড়িত আছিল। এই দোষতে একো একোখন গাঁৱতে দেশী-বিদেশী সৈন্যসকলে সোমাই অকথ্য অত্যাচাৰ, উৎপীড়ন কৰিছিল। মতা-তিৰোতা, ডেকা-বুঢ়া, ল'ৰা-ছোৱালী নিৰ্বিশেষে।

দেশ-কাল কঁপাই দিয়া এই আন্দোলনৰ উত্তেজনা সৰুধন বৰা পণ্ডিতৰ সাঁও চাংকুৰীতো বিয়পি পৰিল। প্ৰথম ছোৱা সময়ত নানা

গগন বিদাৰি শ্লোগানৰ চিঞৰ, পাঠশালাৰ ছাত্ৰসকলে পঢ়া এৰি সমদলত যোগ দি গান্ধীটুপী পিন্ধি হাতত নিচান লৈ, হুলস্থূল চিঞৰ বাখৰ কৰি 'শ্লোগান' গাই ফুৰা অৱস্থাত, সৰুধন পণ্ডিতে দূৰে দূৰে আন্দোলনৰ বেহ-ৰূপকে নিৰীক্ষণ কৰি আছিল আৰু পাৰ্যমানে ল'ৰাইতক আন্দোলনত যোগ দিয়াৰ পৰা বিৰত ৰাখিবলৈ যত্ন কৰিছিল। শেষত যেতিয়া তেওঁৰ পাঠশালাৰ ওপৰ শ্ৰেণীৰ ভাল ভাল বৃত্তি পাবলগীয়া ল'ৰাহঁতো আন্দোলনত যোগ দিবলৈ গ'ল, আৰু গৈ মিলিটাৰীৰ অত্যাচাৰত কাৰো মূৰ ফুটিল, কাৰো হাত-ভৰি ভাগিল, কোনোবা বা মৰিয়েই গ'ল, আকৌ কাৰোবাক হয়তো ধৰি-বান্ধিয়েই লৈ গ'ল, আৰু লগে লগে সেই ল'ৰাহঁতৰ ঘৰবিলাকতো নানা অত্যাচাৰ উৎপীড়ন চলাব ধৰিলে, তেতিয়া আৰু সৰুধন পণ্ডিতে মনে মনে থাকিব নোৱাৰিলে।

তেওঁ প্ৰথমতে ল'ৰাবিলাকৰ অভিভাৱকসকলক লগ ধৰিলে, যাতে ল'ৰাহঁতে গোলমালত যোগ দিব নোৱাৰে, তাৰে দিহা-পৰামৰ্শ কৰিলে। কিন্তু সেই সময়ৰ, সেই উত্তেজনাময় বিৰাট বিপ্লৱৰ পৰা, দেশৰ ডেকা শক্তিক বোধ কৰি ৰখাৰ শক্তি অভিভাৱকসকলৰ নাছিল বুলিলেও বঢ়াই কোৱা নহয়। বিশেষকৈ গাঁৱলীয়া অঞ্চল-বিলাকত, ঘ'ত চাউল, নিমখ, কেৰাচিন, চেনি, ঔষধ, কাপোৰ আদিৰ বাবে হাহাঁকাৰ লাগিছিল, আৰু লগে লগে চলিছিল মিলিটাৰী আৰু পুলিচৰ নানা ৰকমৰ পীড়ন।

অৱশেষত সৰুধন পণ্ডিতে চৰকাৰৰ পক্ষৰ পৰাই সহায় পোৱাৰ আশাত, গাঁৱতে থকা দাৰোগা, চিপাহী আদিৰ ওচৰলৈ গ'ল। তেওঁ-লোকক কাবৌ কাকুতি কৰি বুজাবলৈ যত্ন কৰিলে যে ল'ৰাবিলাকে আচলতে এনে একো দোষণীয় কাম কৰা নাই, যাৰ বাবে সিহঁতৰ ওপৰত মাৰধৰ আদি অত্যাচাৰ কৰা হৈছে। ল'ৰাবিলাকক অলপ বুজাই বঢ়াই ক'লেই শাও হ'ব। নহ'লে লিখাই পঢ়াই চোকা চোকা বহুতো ল'ৰাৰ ভৱিষ্যৎ নষ্ট হৈ যায়, ইত্যাদি। নানা প্ৰবন্ধ কৰি ইজনৰ পৰা সিজনলৈ অহা-যোৱা কৰিও, সৰুধন বৰা পণ্ডিতে কাৰো পৰা একো সহায় বা সহানুভূতি নাপালে।

ভাবিচিন্তি, একো ভতুভত্ নাপাই, নিজৰ কুঠৰিতে পধুলি পধুলি ল'ৰাহঁতক গোট খুৱাই, নানা প্ৰকাৰ পুথিপাঁজিৰ আলোচনা কৰি,

মাজে মাজে গাজি মাহ ভিয়াই চুবুৰীয়াকৈ নাম পাতি, ল'ৰাহঁতক আন্দোলনৰ উত্তেজনাৰ পৰা দূৰত ৰাখিবলৈ চেষ্টা কৰিব ধৰিলে। এই বিষয়ত তেওঁ কিছু কিছু কৃতকাৰ্যও হৈছিল।

কিন্তু সকধন পণ্ডিতৰ কপালত হিতে বিপৰীত ফল ফলিয়ালে। গাঁওতে থকা দাৰোগা চিপাহী আদি, কেইজনমান খয়াখন্ লোকে, বৰমূৰীয়া চাহাবসকলৰ সুদৃষ্টি লাভৰ আশাত, সকধন ৰবা পণ্ডিতে ৰাতি ৰাতি ল'ৰাহঁতক গোট খুৱাই, উত্তেজনামূলক চৰ্চা কৰে বুলি চৰকাৰৰ কাণ চুৱালে। ফলত এদিন ৰাতিপুৱা কিছুমান মিলিটাৰী চিপাহী আহি স্কুলঘৰটো ঘেৰাও কৰি লৈ, সকধন পণ্ডিতক হাত-কেৰেয়া লগাই 'গ্ৰেপ্তাৰ' কৰি লৈ গ'ল।

পণ্ডিত, ছাত্ৰ, ৰাইজ সকলোৰেই প্ৰথমতে ঘটনাৰ আকস্মিকতাত হতভম্ব হৈ ৰৈ আছিল। সকধন পণ্ডিতৰ হাতত হাতকেৰেয়া লগোৱাৰ শব্দ কাণত পৰা মাত্ৰকেই ৰাইজ জিকাৰ খাই উঠিল। 'বন্দে মাতৰম', 'ইনকিলাব জিন্দাবাদ', 'কৰেঙ্গে ইয়া মৰেঙ্গে' আদি ধ্বনিত চাংচুকী গাঁৱৰ আকাশ বতাহ কঁপি উঠিল।

সকধন পণ্ডিতক সেই কোলাহল আৰু বিশৃংখলতাৰ মাজতে মিলি-টাৰী গাড়ীত ভৰাই লৈ গ'ল। কিছুমান দিনলৈ গাঁৱৰ চ'ৰা ঘৰে ঘৰে, ৰান্ধনী ঘৰৰ, বৰ ঘৰৰ মজিয়াই মজিয়াই, নাম ঘৰত, ঘ'তে দুই-চাৰি গোট খায়, তাতেই সকধন পণ্ডিতৰ 'গ্ৰেপ্তাৰ'ৰ বিষয়ে হোৱাই নোহোৱাই নানা কথা কোৱা-কুই হ'ব ধৰিলে। লাহে লাহে সময়ৰ গুণতেই উথল-মাথলৰ শাম কাটিল। সকধন ৰবা পণ্ডিতৰ কথাও তল পৰিল।

ইয়াৰ পাছত কেবাবছৰো সকধন পণ্ডিতৰ কোনো খবৰ নাই। মানুহে লাহে লাহে তেওঁৰ কথা পাহৰা যেনেই হ'ল।

স্বাধীনতা পোৱাৰ এবছৰমান পাচত, এদিন গুলুৱা আচ্যবন্ত লোক এঘৰৰ চ'ৰা ঘৰত, খবৰ কাগজ পঢ়ি থকা মানুহ এজনে হঠাতে বু বু বা বা লগাই দিলে। সকধন ৰবা পণ্ডিতৰ খবৰ ওলাইছে, তেওঁ ভালে আছে। তেওঁক বন্দীঘৰ পৰা মুক্তি দিয়া হৈছে।

বিজুলী বেগেৰে যেন খবৰটো কপিলীৰ দক্ষিণ অঞ্চল গোটেই-খিনিতে বিয়পি পৰিল। বিয়াল্লিছৰ গণ আন্দোলনৰ স্মৃতি মানুহৰ

মনত তেতিয়াও কেঁচা হৈ আছে। বাটজে বিৰাট আয়োজন কৰি সকধন পণ্ডিতৰ অভ্যৰ্থনাৰ যো-জা কৰিলে।

নিৰ্দিষ্ট দিনত সকধন পণ্ডিত আহিল। ঢাক্ ঢোল্ শুৰুলী, হৰিধ্বনি, মালা, বক্তৃতা আদিৰ মাজত, সকধন ৰবা পণ্ডিতৰ অভ্যৰ্থনা হৈ গ'ল। তেওঁ অতি বিনীতভাৱে, ৰব সৰল হৃদয়স্পৰ্শী ভাষাত অভ্যৰ্থনাৰ প্ৰত্যুত্তৰ দি অলপ কথা ক'লে।

ইয়াৰ পাছত গাঁৱৰ মানুহৰ আদৰ সন্মানৰ মাজত, কেইটামান দিননো কেনি গ'ল সকধনে ততকে ধৰিব নোৱাৰিলে। সকধনৰ আগৰে পৰা ক্ষীণমিন দেহাটো, জেলৰ ভাত খাই আৰু বেছি শুকাই খীণাই গৈছিল। চকু গাতত সোমাই, মুখ শেঁতা পৰি শক্তিহীন হৈ তেওঁৰ মূৰ, হাত অনবৰত কঁপি থকা হৈছিল।

সকধন পণ্ডিতৰ এনে অৱস্থা দেখি, গাঁৱৰ মানুহখিনিয়ে নিজৰ ভিতৰতে কোৱা-মেলা কৰি ঠিক কৰিলে যে সকধনৰ জেইলত থাকি স্বাস্থ্য বেয়া হৈ যোৱাত, তেওঁৰ স্বাস্থ্য ভাল কৰিবলৈ ৰাইজেই সহায় কৰিব লাগে। এই সহায় কিদৰে, কেনেকৈ কৰা হ'ব, সেই কথা লৈ বহুতো কোৱা-মেলা হ'ল। শেষত সকলোৱে ভাৱি-চিন্তি ঠিক কৰিলে যে কোনো স্বাস্থ্যকৰ ঠাইত কিছুদিন থাকি আহিলে, সকধনৰ দেহমন ভাল হৈ আহিব। বহুতে পুৰীৰ কথা ক'লে—যে সাগৰৰ বতাহ পাই স্বাস্থ্যও ভাল হ'ব, লগতে জগন্নাথ দৰ্শনো হ'ব। কিন্তু পুৰীলৈ যোৱা-অহাৰ খৰচ, তাত থকা-মেলাৰ খৰচ আৰু সৰ্বোপৰি তাত সকধনক কোনে চোৱা-চিতা কৰিব সেই কথাও ওলাল। এজনৰ খৰচেই ওলোৱা টান, তাতে আৰু এজন লগত যোৱা মানুহৰ খৰচ ক'ৰ পৰা ওলায়? এইবোৰ নানা কথা ভাৱিচিন্তি সকলোৱে ঠিক কৰিলে যে ছিলং পাহাৰত থকা সকধন পণ্ডিতৰ ভাগিনীয়েকৰ ঘৰতে তেওঁ কিছুদিন থাকি আহককৈ। বুঢ়া বয়সত, ভগন স্বাস্থ্য লৈ অচিনাকি ঠাইলৈ যোৱাতকৈ, ওচৰতে নিজৰ মানুহৰ মাজতে থকা ভাল হ'ব।

এই বিবেচনা কৰি সকলোৱে পিহা-পোহা কৰি সকধন পণ্ডিতক তুমুল জয়ধ্বনিৰ মাজেৰে, নগাঁও জিলাৰ 'বাছষ্টেণ্ড'লৈ আনি, ছিলং-গামী বাছ এখনত তুলি দিলে। সকধন পণ্ডিতে সকলোকে সবিনয়ে স্মিতমুখে হাতযোৰ কৰি বিদায় ললে।

যথা সময়ত সৰুধন আহি ছিলং পাহাৰ পালেহি। ছিলঙৰ মটৰ ষ্টেচনতো তেওঁক আগবঢ়াই নিবলৈ, তেওঁৰ ভাগিনীয়েকৰ পৰিয়ালতো আছিলেই, তেওঁলোকৰ অনেক বন্ধু-বান্ধৱো লগত আহিছিল।

ছিলং পাই সৰুধন বৰাই কেইদিনমান ভাগিনীয়েকহঁতৰ লগতে ফুৰামেলা কৰি, অলপ ঠাইঠুই চিনিজানি ললে। তাৰ পাচত তেওঁ নিজৰ ইচ্ছামতে অকলে অকলে ফুৰাচকা কৰিবলৈ ললে। তেওঁ বিশেষকৈ ঘৰৰ অলপ দূৰতে থকা 'হাইদাৰী পাৰ্ক'খনতে পুৱা-গধূলি ফুৰি ভাল পোৱা হ'ল।

এইদৰে সদায় সৰুধনে 'পাৰ্ক'খনলৈ ফুৰিবলৈ যায়, কেতিয়াবা মিহিকৈ কাটি থোৱা ঘাঁহনিত, কেতিয়াবা ঠায়ে ঠায়ে পাতি থোৱা বেঞ্চিত বহি ভাগৰ পলুৱায়। পাৰ্কত ধেমালি কৰি ফুৰা ল'ৰা-ছোৱালীবিলাকৰ ৰং-ধেমালি চাই থাকে।

এদিন কেইটামান সৰু ল'ৰাই, তেওঁৰ গাঁৱলীয়া ধৰণৰ পোছাক-পৰিচ্ছদ, পকা ডাড়ি-গোঁফে ভোবোকাৰ মুখ দেখি, খেলা এৰি তেওঁলৈ ঘূৰি ঘূৰি চাবলৈ ধৰিলে। "সৌ বুঢ়াটোলৈ চা, ক'ৰ পৰা আহিছে অ' এইটো?" এটা ল'ৰাই চিঞৰি চিঞৰি ক'লে, "এই বুঢ়া ক'ৰ গাঁৱলীয়া ভূত ঐ তই? ক'ৰ পৰা আহিছ আমাৰ ইয়ালৈ? যা যা, ভালে ভালে ওচি যা।"

সৰুধন পণ্ডিতে একো নামাতিলে। মিচিকিয়াই হাঁহি এটা মাৰি ওচৰৰ বেঞ্চি এখনত বহিল, আৰু জেপৰ পৰা এমোকোৰা খুন্দা তামোল উলিয়াই লৈ পাগুলিয়াব ধৰিলে। কিছু সময় ল'ৰাবিলাকৰ খেল-ধেমালি চাই, ইফালে সিফালে ফুৰি, সৰুধনে লাহে লাহে পাৰ্কৰ পৰা ওলাই আহিল। ল'ৰাৰ দলটোৱেও, তেওঁক ভেঙুচাই ভেঙুচাই পাছে পাছে কিছুদূৰলৈ লাগি আহিল।

পাছদিনাও বুঢ়া সৰুধন পণ্ডিত আকৌ পাৰ্কখনলৈ ফুৰিবলৈ আহিল। পাৰ্কত খেলি থকা ল'ৰাৰ দলটোক দেখি, তেওঁ সিহঁতলৈ চাই এটা মৰমিয়াল হাঁহি মাৰিলে। সিহঁতৰ ৰং-ধেমালি দেখি তেওঁ যেন বৰ সন্তোষ পাইছে—এনে ভাব। ল'ৰাবিলাকে আগদিনাৰ নিচিনাকৈ, নানা বিদ্ৰূপ কৰি তেওঁক জোকাবলৈ ধৰিলে। কিন্তু বুঢ়াজনে সিহঁতৰ কথাত কেৱল মিচিকিয়াই হাঁহি থকা দেখি, কি কথা, ল'ৰাহঁতে একো বুজিব নোৱাৰিলে।

এইদৰে ভালেদিনো চলিল। কিছুদিন পাছত এই হাঁহিমুখীয়া বুঢ়াজনৰ নীৰিহ ব্যৱহাৰত, ল'ৰাৰ দলে কি কৰিব কি নকৰিব, একো বুজিব নোৱাৰি, তেওঁক বিদ্রূপ কৰিবলৈ এৰি দিলে। লাহে লাহে তেওঁক দেখিলে, একোটা সৰু লাজকুৰীয়া হাঁহি মাৰি, তেওঁৰ মৰমিয়াল, মিচিকিয়া হাঁহিৰ প্রত্যুত্তৰ দিবলৈও ধৰিলে।

এদিনাখন ল'ৰাবিলাকে দেখিলে বুঢ়াজন পাৰ্কলৈ ফুৰিবলৈ নাই অহা। কেবাদিনো তেওঁক পাৰ্কত নেদেখি, ল'ৰাহঁতৰ মনত অলপ উকণ্ডা উকণ্ডাই লাগিল। অ'ত ঠাট্টা মস্কৰা কৰাৰ পাছতো, মিচিকিয়াই হাঁহি থকা সেই বুঢ়াজননো কিয় হঠাতে পাৰ্কলৈ নাহা হ'ল, এই ভাবি, ল'ৰাহঁতে তেওঁক ক'ৰবাত দেখা পায় নেকি বিচাৰিব ধৰিলে। এনেকৈ কেইদিনমান ইফালে সিফালে ঘূৰাঘূৰি কৰাৰ পাছত, সিহঁতে তেওঁ থকা ঘৰটো বিচাৰি উলিয়ালেগৈ। চুচুক-চামাককৈ ঘৰৰ বাৰান্দালৈ উঠি লাহেকৈ দুৱাৰত টুকুৰীয়াই দিলে। এগৰাকী তিৰোতা মানুহে দুৱাৰখন খুলি সিহঁতলৈ সপ্রশ্ন চকুৰে চালে। "এতিয়ানো আকৌ কিহৰ চান্দা লাগে ?" বুলি বিৰক্তিমিহলি সুৰত সুধিলে।

"নাই, নাই, আমি চান্দা বিচাৰি অহা নাই। এজন পকা-দাড়ি গোঁফে ভোৰোকাৰ বুঢ়া মানুহ ইয়াত থাকে নেকি, তাকেহে সুধিবলৈ আহিছো। তেওঁক আমি সদায় পাৰ্কত লগ পাইছিলোঁ। কেবাদিনো তেওঁক পাৰ্কত দেখা নাই বাবে বিচাৰিবলৈ ওলাইছোঁ।"

"অ' হয় নেকি ? তেওঁ মোৰ মোমাইদেউ হয়। যোৱা দহ-বাৰ দিন ধৰি তেওঁ 'নেমুনীয়া' জ্বৰ হৈ হাস্পাতালত আছিল। আজি চাৰিদিন আগতে তেওঁৰ মৃত্যু হৈছে।" সৰুধনৰ ভাগিনীয়েকৰ চকু চলচলীয়া হৈ উঠিল।

ল'ৰাবিলাকে, সৰুধনৰ ভাগিনীয়েকক, সিহঁতৰ মনে জনামতে, সহানুভূতিৰ কথা দুই-চাৰিটা ক'লে। এটা সৰু ল'ৰাই মাত লগালে, "আমি তেওঁক সদায় পাৰ্কত লগ পাইছিলোঁ। প্রথমতে আমি তেওঁক ঠাট্টা বিদ্রূপো কৰিছিলোঁ। ইতিকিং কৰি হাঁহিছিলোঁ।" ল'ৰাটো তলমূৰা হ'ল। "পাছত, লাহে লাহে তেওঁক আমাৰ ভাল লগা হ'ল।"

"অ' হয় নেকি ? পাছলৈনো কেনেকৈ তোমালোকৰ তেওঁক ভাল লগা হ'ল ?" সৰুধন ঘৰাৰ ভাগিনীয়েকে সুধিলে।

"ক'ব নোৱাৰো, কিন্তু আমাৰ ভাল লাগিছিল।" ল'ৰাজনে ক'লে। এইবুলি সিহঁতে নিঃশব্দে বিদায় ললে।

সৰুধনৰ ভাগিনীয়েকৰ চকু চলচলীয়া হ'ল। দুৱাৰখন জপোৱাৰ লগে লগে, তেওঁৰ মুখত দুখৰ মাজতো এটা সৰু হাঁহি বিৰিঙি উঠিল। তেওঁ উপলব্ধি কৰিলে, যে আজীৱন শিক্ষকতা কৰা তেওঁৰ মোমায়েকে এই সৰু সৰু ল'ৰাবিলাকক এনে এটা পা. দি থৈ গ'ল, যে সেইটো সিহঁতে সহজে পাহৰিব নোৱাৰে।

এই শিক্ষাৰ পাঠ যে এটা ঘটনাচক্ৰৰহে পৰিণাম, এই কথা ল'ৰাবিলাকে গম নাপালে, সিও এটা ভাল কথা হ'ল। সৰুধন পণ্ডিত কলা আছিল বুলি সিহঁতে গম পোৱা নাছিল।

জেইলত বন্দী হৈ থকা অৱস্থাত, এটা চিপাহীৰ হাতৰ বেতৰ কোবত, কেইবছৰমানৰ পৰা সৰুধন বৰা পণ্ডিত একেবাৰে কলা হৈ গৈছিল। +++

# বগী

দ্বিতীয় মহাযুদ্ধ শেষ হোৱাৰ কেইমাহমান পাছৰ কথা। যুদ্ধৰ বিভীষিকা, মাকিন, ইংৰাজ, আফ্রিকান, জাঠ, গুর্খা, পাঞ্জাবী, পাঠান আদি নানান সৈন্যসকলৰ দপদপনি, উচ্ছৃংখলতা, প্ৰাণৰ মিয়াদৰ স্থিৰতা নথকা জীৱনটোৰ হাতত থকা সময়খিনি। পাৰ্যমানে ভোগ বিলাসৰ মাজত কটাবলৈ কৰা অস্থিৰ মনৰ বিকৃত চেষ্টা, এই সকলো বিলাকৰ তেতিয়া সাম কাটি আহিছে।

যুদ্ধ চলি থকা সময়ত, ছিলং চহৰত যেতিয়া বগা চামৰা, ক'লা চামৰা, ব্ৰাউন চামৰাৰ সৈন্য, অফিচাৰ, যুদ্ধৰ সা-সৰঞ্জাম, গাড়ী-ঘোঁৰাৰ দপদোপ হেন্দোলদোপ লাগি থাকিছিল, তেতিয়া ছিলংবাসী জনসাধাৰণৰ পেপুৰা লগা অৱস্থা।

বাটে-ঘাটে, দোকানে-বজাৰে সকলো পিনে কেৱল ফৌজী পোছাকেৰে ফিট্‌ফাট হৈ থকা নানা 'ৰেংক'ৰ অফিচাৰসকলৰ তাণ্ডৱ, সৰু মটৰ গাড়ী, জীপগাড়ী, লেণ্ডৰোভাৰ, প্ৰকাণ্ড প্ৰকাণ্ড ট্ৰাক, ভেন গাড়ী ভৰ্তি সৈন্য, যুদ্ধৰ সৰঞ্জাম, ঘোঁৰা, গাধ, ছাগলী, কুকুৰ চৰাইৰ থাং ইত্যাদি কঢ়িওৱা আঠ-দহ চকীয়া ট্ৰাকৰ প্ৰাদুৰ্ভাৱত, ছিলঙৰ ৰাস্তা পদূলিত সদায় কোঢ়াল। দিনে ৰাতিয়ে চঞ্চল সন্ত্ৰস্ত ভাৱ। ইয়াৰ উপৰি, বাটে ঘাটে, পন্‌পনাই ফুৰা সাধাৰণ সৈন্যবিলাকৰ উচ্ছৃংখল ব্যৱহাৰৰ ভয়। 'চাইৰেন'ৰ ভীতি উদ্ৰেককাৰী বৈ, বৈ লেনীয়া উকি, ওপৰত অনবৰত এৰোপ্লেনৰ গোঁ-গোৰনি, তজন্ত সৈন্য অৰু সৈনিক আড়ম্বৰৰ দপ্‌দপনি। কোন মুহূৰ্তত বোমা পৰি সকলো চূৰমাৰ হৈ যাব পাৰে সেই আশংকা। চাইৰেনৰ উকি শুনিলেই তত্‌ভত্‌ হেৰাই, যি য'তে থাকে লৰালৰিকৈ 'ট্ৰেঞ্চ'ৰ ভিতৰত সোমাবলৈ যোৱাৰ আৰ্ত মনৰ ব্যাকুলতা, 'All clear' নিদিয়াকৈ পো-পোৱালি লৈ ৰাহি মধুসূদন চিন্তে। গাঁতৰ ভিতৰত কুঁচিমুচি বহি থকাৰ দুৰ্ভোগৰ পৰা মানুহে সকাহ পাই উঠিছে।

যুদ্ধ চলি থকা সময়ৰ নানা ৰোমাঞ্চকৰ খবৰ, উৰা বাতৰি, ৰেডিঅ'ৰ ওচৰত বহি ৰাতি দুৱাৰ খিড়িকী বন্ধ কৰি, জাৰ্মান, জাপান

আদি বিপক্ষীয় 'ষ্টেচন' ধৰিবৰ চেষ্টা, ক'ৰবাত কোনোবাই শুনে নেকি বুলি সন্ত্ৰস্ত ভাবে 'ৰেডিঅ'ৰ মাত সৰু কৰি, কাণ পাতি শুনাৰ একাগ্ৰতা। বন্ধু-বান্ধৱ লগ হলেই কোনে কি খবৰ 'ৰেডিঅ' পকাওঁতে হঠাতে শুনিবলৈ পালে, সেইবিলাকৰ উত্তেজনাপূৰ্ণ আলোচনা আদিও তেতিয়া বন্ধ হৈ গৈছে।

বাহিৰে ভিতৰে সৈন্যসকলৰ লগতে, তেওঁলোকৰ [illegible] বান্ধৱী-সকলৰ নিলাজ, নিঃসঙ্কোচ, দৃষ্টিকটু ব্যৱহাৰবিলাকৰো অন্ত পৰিছে।

বজাৰে-হাটে জনসাধাৰণকো মানুহ বুলি গণ্য কৰা দিন লাহে লাহে উভতি আহিছে। মাজে মধ্যে ছিলঙৰ প্ৰাক্ যুদ্ধদিনৰ খাচিয়া আয়া বা কমহঁতে আকৌ 'চিভিলিয়ান' মানুহৰ ঘৰত কাম বিচাৰি আহিব আৰম্ভ কৰিছে। অনেকে ভাবিব নোৱাৰা ধনসম্পত্তিৰ মালিক হৈ বহিছে। কহতে ক্ষণিকতে আৰ্জা ধন ক্ষণিকতে হেৰুৱাইছে। অনেকে দেশ এৰি নিৰুদ্দেশ হ'ল। অনেকৰ উচ্ছৃংখল মাতৃত্বৰ ফলত, ছিলং চহৰত বগা চামৰা, ক'লা চামৰা, নীলা চকু, ক'লা চকু, সোণালী চুলি, কেকোৰা চুলিৰ ল'ৰা-ছোৱালীবিলাকে বাটে, পথাৰে দৌৰাদৌৰি কৰি খেমালি কৰি ফুৰিব ধৰিছে। মাতৃপ্ৰধান দেশত, পিতৃপৰিচয়হীন, এনে ল'ৰা-ছোৱালীবিলাক মাকৰ পৰিচয়তে ডাঙৰ-দীঘল হ'ব ধৰিলে। যিবিলাক তিৰোতাৰ এই দায়িত্বৰ বোজা মূৰত পৰিল, সেইবিলাকেই বিশেষকৈ কাম-কাজ বিচাৰিব ধৰিলে। এনে সময়তে মোৰ ঘৰলৈকো এজনী খাচিয়া তিৰোতা কাম বিচাৰি আহিল।

লাহীকৈ ওখ পাখ মানুহজনী। চুলিৰ ৰং কঁকৰা। ৰঙা বগা গাৰ বৰণ। নীলচীয়া বহল চকু। সৰু হলেও নাক থেঁচা নহয়। পুৰঠ ওঁঠ। স্বাস্থ্যযুক্ত চেহেৰা। দেখিলেই গম পায় যে মানুহজনী নিৰ্ভেজাল খাচিয়া জাতিৰ নহয়। হয়তো কোনোবা চাহবাগিচাৰ চাহাবৰ শৈলবাসৰ নম্ৰ সহচৰীৰ সন্তান, নাইবা টকা লেন-দেনৰ ব্যৱসায় কৰা কোনো কাবুলীৱালাৰ বংশোদ্ভৱো হ'ব পাৰে।

কি হওক—মানুহজনীৰ সতেজ স্বাস্থ্যবান চেহেৰা আৰু চকুমুখৰ ভাব দেখি মোৰ বেয়া নালাগিল। বিশেষকৈ সেই সময়ত সুস্থ স্বাস্থ্যৰ আয়া বা কম পোৱাটো দুৰ্লভ হৈ পৰিছিল। কিন্তু বিলাসী জীৱন-যাপনৰ ফলত, অনেকৰ দেহে মনে গ্লানিৰ ছাঁয়া সনা আছিল।

মোৰো তেতিয়া ঘৰত সহায়ৰ বাবে মানুহ এজনী নিতান্ত আৱশ্যক। কাম-কাজ, দৰ্মহা-পাতি সকলোখিনিবে মিল হোৱাত, মই মানুহজনী নিযুক্ত কৰিলোঁ।

বন্দোবস্ত মতে তাই আমাৰ ঘৰত কাম কৰিবলৈ ধৰিলে। তাইৰ দায়িত্বত থকা সকলোখিনি কাম সুচাৰুৰূপে কৰি চোতালৰ ৰ'দত বহি, কাপোৰৰ তলৰ মোনাখনৰ পৰা তামোলপাণ, চূণ, ধপাত উলিয়াই লৈ, আৰাম কৰি এমোকোৰা খাই লয়। ওচৰে সামৰে থাকিলে মোকো কেতিয়াবা যাঁচে, "মেমচাহাব খায়েগা?" তাইৰ নিজা হিন্দীত কয়। মই 'নাখাওঁ' বুলি কওঁ। "উৱা—'কোৱাই' নেই খানেচে হামতো থোৰা ভি নেই ৰহ্নে চেক্তা" বুলি তাই পিক পেলাবলৈ উঠি যায়। চকুৰ আঁতৰত পিক পেলাই আহি তাই মোক কিবা চিলাই বা ৰিপু কৰিব আছে নেকি সোধে। থাকিলে চিলাইৰ ওপৰত তাইৰ হাতো চলে, মুখো চলে।

লাহে লাহে তাই মোৰ ঘৰৰ সকলো কাম-কাজৰ দিহা ভালদৰে পোৱা হ'ল। আমাৰ বন্ধু-বান্ধৱ, আত্মীয়-স্বজনকো চিনাজনা হ'ল। এটা কথা লক্ষ্য কৰিছিলোঁ যে তাই সচৰাচৰ আয়া, কং বা কামী বিলাকৰ দৰে প্ৰবঞ্চনাপ্ৰবণ নহয়। কেতিয়াও কোনো চেলু লৈ তাই কামলৈ নাহিকে নাথাকে। সময়মতে আহে। নিয়মৰ কাম নিয়মমতে কৰি যায়। মুখত কোমল বা অমায়িক ভাব কমেই দেখা গৈছিল। কিন্তু আচাৰ ব্যৱহাৰত নম্ৰ ভদ্ৰতা আছিল। এটা আত্মবিশ্বাস আৰু আত্মসন্মানৰ ভাবো আছিল। এই স্বভাৱ দুটাৰ বাবেই, তাই যেন যুদ্ধোত্তৰ সময়ৰ অনেক শ্ৰমিক তিৰোতাৰ দৰে মানুহৰ প্ৰতি অসন্মানজনক বা বঞ্চনাযুক্ত ব্যৱহাৰ কৰিব নোৱাৰিছিল। তাইৰ স্বভাৱ খোলামেলা আছিল।

দিন যোৱাৰ লগে লগে তাই যেনেকৈ আমাৰ ঘৰৰ সকলোকে ভালদৰে জনা হ'ল, তাইও সেইদৰে তাইৰ পৰিয়ালৰ কথা মোৰ আগত মাজে সময়ে কোৱা হ'ল। ছোৱালীকালৰ কথা বৰ নকৈছিল। কেতিয়াবা সুধিলেও, "উ—মাইবাপ কব্ লা মৰ্ গিয়া, নেই জানতা" বুলি খাচিয়া মিশ্ৰিত তাইৰ হিন্দীত, দুই এষাৰতে সেই কথা সামৰি থৈছিল।

মানুহজনীৰ গাৰ বৰণ চাহাবজোকৰ দৰে বগা আছিল। এই বাবে আমাৰ ঘৰৰ সকলোৱে তাইক 'বগী' বুলি মাতিছিল।

তেতিয়ালে তাই দুই-চাৰিটা অসমীয়া কথা বুজিব আৰু ক'ব পৰা হৈছিল। 'বগী' নাম দিয়া শুনি, তাইৰ হিন্দীৰে কৈছিল, "হাম বহুত চক্কেদ হ্যায় না—উসিয়ে 'বগী' নাম দিয়া। উ-বা, লাইআপ" বুলি মোকোবা মোকোবে হাঁহিছিল।

'বগী'য়ে গিৰিয়েক আৰু ল'ৰা-ছোৱালীৰ কথা মাজে মাজে কৈছিল। গিৰিয়েক হেনো এজেহৰা আৰু মদপী। অফিচ এটাত সৰু কাম এটাও কৰিছিল। মদ খাই পৰি থাকি, নিয়মমতে অফিচলৈ নোযোৱা বাবে হেনো কামটো গ'ল। এতিয়া কাম নাই। বহি বহি মদ খায় আৰু ঘৈণীয়েকৰ লগত দন্দ হাই কৰে। মাৰপিট কৰে। ল'ৰা-ছোৱালীহাতো বাদ নাযায়। বগীৰ ল'ৰা-ছোৱালী দুটাক পঢ়াই শুনাই মানুহ কৰাৰ বৰ মন। মিছনাৰী স্কুল এখনলে যায় হাঁতেই। 'ফিজ্' কিতাপ বহীৰ খৰচ নাই। কেৱল 'ইউনিফৰ্ম'টোৰ বাবদ অলপ পইচা দিব লাগে। বগীয়ে সেইবাবে আৰু পেট প্ৰৱৰ্তাবলৈকো কাম কৰি ধন আৰ্জিব লাগে। যেই সেই বা য'তে ত'তে কাম কৰিবলৈ তাই হেনো ভাল নাপায়। সেইবাবে তাইৰ মনৰ জোখাৰে, দামে-কামে, ঘৰে মিলা কাম এটা বিচাৰি ফুৰিছিল। কেবা ঠাইতো কাম পাইও তাই নগ'ল বোলে। আমাৰ ঘৰখনত কাম কৰি তাই হেনো ভাল পাইছে। মই মনতে ভাবিলোঁ 'যথা লাভ'।

বগীয়ে আমাৰ ঘৰত কাম কৰা তিনিচাৰি বছৰেই হ'লহি। কোনোদিনে বিনা কাৰণত খতি কৰা নাই। কামত হেলা কৰা নাই। ল'ৰা-ছোৱালীৰ লগত একৰকম 'গাৰ্জেন'ৰ দৰে ব্যৱহাৰ কৰে। পঢ়াত এলাহ কৰিলে, কিতাপ-পত্ৰ, কাপোৰ-কানি হিজিবিজিকৈ থলে বকে। অসুখ-বিসুখ হ'লে সিহঁতক আৰাম দিবলৈ যত্ন কৰে। মোৰ হাতৰ চিলাই, ঘৰ সজোৱা, ফুলদানী সজোৱা ইত্যাদি খুট্‌খাট্ কামবিলাকত সহায় কৰে। গিৰিহঁতৰ প্ৰতিও তাইৰ নজৰ। পিন্ধা জোতাযোৰ চিক্‌চিকীয়া চাফা নহলে তাই একৰকম জোৰ কৰিয়েই সেইযোৰ সোলোকাই নি, চিক্‌চিকীয়া কৰি দিয়ে। এইদৰে তাই আমাৰ ঘৰত একৰকম অপৰিহাৰ্য হৈ পৰিল।

এদিন বগীৰ আহা সময়ৰ ভালেখিনিও পাৰ হৈ গ'ল। দুই-আঢ়ৈ ঘণ্টা পাৰ হৈ যোৱাতো একো খবৰ নাপাই, অলপ আচৰিত হলোঁ। কাৰণ খবৰ নিদিয়া তাইৰ অভ্যাস নহয়। কি হ'ল, কি নহ'ল, ভাবা-

চিন্তা কৰি থাকোঁতে বগী আহিল। লগত আৰু এজনী মানুহ। বগীয়ে ক'লে, গিৰিয়েকক হেনো ৰাতি মদৰ আড্ডাৰ পৰা ঘৰলৈ আহোঁতে, ৰাস্তাত ট্ৰাকে খুন্দিয়ালে। বেয়াকৈ মূৰত দুখ পাইছে। হাস্পাতালত আছে। তাই কেইদিনমান কাম কৰিব নোৱাৰিব। সেই বাবে, লগৰ মানুহজনীক 'বদলি' দিবলৈ আনিছে। মই তাইৰ গিৰিয়েকৰ মটৰ দুৰ্ঘটনা হোৱা বাবে সহানুভূতি দেখুৱালোঁ। বগীয়ে অলপ বিৰক্তি ভাবেৰেই ক'লে, "নেই হোগা 'এক্‌চিডেণ্ট ?' এত্‌না চেৰাপ পীতা, এত্‌না চেৰাপ পীতা" বুলি লগত অনা মানুহজনীক ঘৰৰ কাম-কাজ অলপ বুজাই দি যাবলৈ ওলাল। মই তাইক প্ৰাপ্যৰ উপৰিও কিছু টকা দি, আৰু দৰকাৰ হ'লে ক'বলৈ কলোঁ। মোক 'খুব্‌লাই চিবুন' দি বগী গ'লগৈ।

তিনিমাহ মান পাচত বগী আহি ওলাল। গিৰিয়েকৰ খবৰ সোধাত বেছ নিৰ্বিকাৰভাবেই ক'লে, "উ-লা মৰ্ গিয়া।" মই দুখ প্ৰকাশ কৰিলোঁ। বগীয়ে একপ্ৰকাৰ তাচ্ছিল্যৰেই ক'লে, "এত্‌না চেৰাপ পীনেচে নেই মৰেগা ? 'লিভাৰ' কা বিমাৰী ভি থা না ? কম্‌জোৰী ভি থা। 'এক্‌চিডেন্ট্'ভি হুৱা। লা-মৰ্ গিয়া। উক্কা— মেমচাহাব—হাম বহুত্ অক্‌জিব্ হেই হো। মেডা নাইআপ্-উ-ৰা।" বুলি তাই হাঁহি পৰিল। বগীক চাহ, তামোলচালি দি তাই আকৌ কাম কৰিব নে নাই সুধিলোঁ। তাই ঘপহকৈ মাত দিলে, "কাম নেহী কৰেগা তো চলেগা কেইচা ? ই মাহিনা বাদ আয়েগা ম' ?" মই ওঁ বুলি শলাগিলোঁ। এইজনী মানুহৰ লগত দুঅষাৰ কথা কৈ বগী গ'লগৈ।

কথামতে, চলিত মাহটো শেষ হোৱাত বগী আকৌ কাম কৰিবলৈ আহিল। বগীক দেখি ঘৰৰ সকলোৱে ভাল পালে। বাৰুনী আৰু লেণ্ডৰা ক'লা দুটাৰ মুখতো হাঁহি বিৰিঙিল। এইবাৰ বগী একেবাহে সাত বছৰ কাল আমাৰ ঘৰত থাকিল। তাই আমাৰ ঘৰৰে এজন হৈ পৰিল। জাৰৰ দিনত আমি ছিলঙৰ পৰা নামি আহিলে, বগীৰ হাততে ঘৰৰ চাবি দি আহোঁ। তাই বাৰী-ঘৰ চকু দি ৰাখে। আমি গৈ পোৱাৰ দিনা বিছনা ৰ'দাই থয়। ফুলদানী সজাই থয়। গৰম পানী-চুনি যতনাই ৰাখে। 'গেট'ৰ মুখত গাড়ীৰ 'হৰ্ণ' শুনিলে, এমোকোৰা হাঁহিভৰা মুখেৰে 'গেট' খুলি দিয়ে। কেতিয়াবা ল'ৰা-ছোৱালীহঁতো লগত থাকে।

দিন যোৱাৰ লগে লগে মোৰ ল'ৰা-ছোৱালী দুজন ডাঙৰ হ'ল। বগীৰ ল'ৰা-ছোৱালী দুটাও ডাঙৰ হ'ল। স্কুলৰ বন্ধ বা ছুটিৰ দিনত, মাজে মাজে মাকৰ লগত, ওচৰৰ গাঁৱত থকা আপোন মানুহৰ ঘৰলৈ যায়। দুই এদিন থাকি আহে। এবাৰ গাঁৱৰ পৰা আহি বগীয়ে কলে যে তাই গাঁৱত অকণমান মাটি সুবিধামতে লৈ থ'লে। খেতি-বাতিকে কৰিব বুলি ভাবিছে। এজনী ভাল মানুহ চাই, শিকাই বুজাই মোক দি যাব। বগীৰ নিচিনা নির্ভৰযোগ্য মানুহজনী হেৰুৱাম বুলি ভাবি মনতে বেয়া লাগিল যদিও মুখত কলোঁ, "বৰ ভাল কৰিলি। খেতি-বাতি কৰি উপার্জন কৰাৰ সমান ভাল কথা নাই।" "ঠিক কিয়া না মেমচাহাব?" মোৰ পৰা আশ্বাস বিচৰা সুৰত সোধে। মই হয়ভৰ দিওঁ। ইয়াৰ দুটমাহমান পাচত বগীয়ে এদিন এজনী মানুহ লগত লৈ আহিল। দুই সপ্তাহমান তাইক লগে লগে লৈ, আমাৰ ঘৰৰ কাম-কাজ বুজাই বঢ়াই দিলে। তাৰপাচত এদিন চলচলীয়া চকু, থোকাথুকি মাতেৰে, ঘৰ-ঘৰোৱা সকলোকে চেনেহসনা মাত মাতি, সহৰাৰ 'ভুৰুজাই চিবুন' দি বগীয়ে আমাৰ পৰা বিদায় লৈ গ'ল। বিদায়ৰ পৰত আমাৰো সকলোৰে মন গধুৰ, চকু চলচলীয়া হৈ পৰিল। কথা-বতৰাৰ মাজত কেতিয়াবা বগীৰ কথা ওলায়। বিশেষকৈ কাম-কাজত আহকাল পালে বগীৰ কথা মনলৈ আহে।

মাজে মাজে বগীক বজাৰত দেখোঁ। তাই দূৰৰ পৰাই হাঁহি মাৰি ওচৰলৈ আহি ঘৰৰ বাতৰি লয়, দিয়ে। মোক বজাৰ কৰাত সহায় কৰি দিয়ে। বাৰীপাতা কামত বৰ ব্যস্ত বুলি কয়। আজৰি হলেই এদিন আহিব বুলি কৈ তাই নিজৰ কিনাকুটা কৰিবলৈ যায়।

ইয়াৰ পাচত কেইমাহমান পাৰ হ'ল। এদিন দেখোঁ, গেটৰ মুখৰ পৰাই "মেমচাহাব হ্যায়? অ' মেমচাহাব" বুলি এখোজেখোজ হাঁহি হাঁহি বগী সোমাই আহিছে। পিঠিত পিঠে ওলোমাই থোৱা, মতৰে ঠাহ্ খোৱা এটা মজবীয়া আকৃতিৰ কাপোৰৰ মোনা। মোনাটো বাৰাণ্ডাৰ একাষে নমাই থৈ, তাই মজিয়াতে হাতযোৰ কৰি সেৱা কৰিলে। মই 'আপী'ক সুধা এটা আনিব কলোঁ। বগীয়ে "এতিয়াৰ হ'লা, একটু ভাল ভোও আপী" বুলি টক ল্যালাটো ডেকবাত তপাই লোৱে।

আপীয়ে ডজা এখন আনি দিয়াত তাই মোনাটোৰ বস্তুখিনি উলিয়াই দিলে। দুই সেৰমান ডাঙৰ ডাঙৰ আলু, কেইটামান কোমল কোমল মাকৈ, কিছুমান বীন, কেইমুঠিমান লাইশাক। বগীয়ে হাঁহি মোলৈ চাই ক'লে, "হামাৰা বাগানকা 'চীজ্'। আপ্‌কা আস্তে আনা হ্যায়।" তাই নিজৰ হিন্দীত ক'লে। মই পাচলিবিলাক বখানিলোঁ। পাচলি-খিনি অনাত বৰ ভাল পাইছোঁ বুলি তাইক 'খুব্‌লাই চিবুন' কলোঁ। সন্তুষ্টিৰ হাঁহি এটা তাইৰ মুখত বিৰিঙি উঠিল। বগীয়ে আমাৰ ঘৰৰ প্ৰত্যেকৰে খবৰ ললে আৰু তাইৰো খবৰ ক'লে।

ল'ৰা-ছোৱালী দুটাই কি শ্ৰেণীত পঢ়িছে সোধাত, তাই ল'ৰাটোই স্কুলৰ শেহৰ শ্ৰেণী পাইছে আৰু ছোৱালীজনীৰো স্কুল শেষ হ'বলৈ দুবছৰ আছে বুলি ক'লে। পঢ়াত বোলে দুয়োৰে ৰাপ আছে। সেই-বাবে হেনো স্কুলৰ শিক্ষক-শিক্ষয়িত্ৰীসকলে কিতাপ বহী ইত্যাদি দি আৰু স্কুলৰ বাহিৰেও মাজে মাজে পঢ়াশুনা চাই দি সহায় কৰে। বগীয়ে কয়, "হাম কেত্‌না দুখ কিয়া। আপতো জান্‌তা হ্যায়। আভি দুনো লেৰ্‌কা লেৰ্‌কী 'লিখাই পৰাই' চিখ্‌কে আচ্ছা আদ্‌মী বনেগা তো হাম খুচী হ্যায় হো মেমচাহাব।" মই কওঁ, "হ'ব দে, ঈশ্বৰে সহায় কৰিব।" এনেকৈ কথাই বতৰাই কিছুপৰ বহি, চাহ-জলপান খামোলচালি খাই, এইদৰে মাজে মাজে আহিব বুলি কৈ বগীয়ে 'খুব্‌লাই চিবুন' দি যাবলৈ উঠিল। পাচলিখিনিৰ বাবে মইও আৰু এবাৰ 'খুব্‌লাই' কৈ তাইক বিদায় দিলোঁ।

বগী যোৱাৰ কেইমাহমান পাচত, শহুৰৰ টান নৰীয়া বুলি 'টেলিগ্ৰাম' পাই, ততাতৈয়াকৈ গাঁৱৰ ঘৰলৈ গলোঁ। দীঘলীয়াকৈ থাকিব লগীয়া হ'ব পাৰে বুলিও মনত ভাব এটা নোহোৱা নহয়। ঘৰ ৰখীয়া মানুহ এটা আছিল যদিও, আমাৰ অহাত পলম হ'লে, টাউনলৈ আহিলে আমাৰ ঘৰত সোমাই, চাই-চিতি যাবলৈ বুলি বগীৰ ল'ৰা-ছোৱালীক মাকক ক'বলৈ কৈ যাব পাৰিলে ভাল আছিল বুলি ভাব এটা হৈছিল। কিন্তু ততিয়া সেইবিলাক কৰিবৰ সময় নাছিল।

ঘৰলৈ গৈ বেমাৰীৰ অৱস্থা ভাল নেদেখিলোঁ। জী-জোঁৱাই, পো-বোৱাৰী, ভাই-ভতিজা আদিৰ উপৰিও, লগাভগা অনেকেও অসুখৰ খবৰ শুনি খবৰ কৰিবলৈ আহিছে। ঘৰখনত এটা থৰ্‌-থৰীয়া বিশৃংখল ভাৱ। এই নৰীয়াতে আৰু প্ৰায় ডেৰমাহমান ভুগি,

শহৰ চুকাল। শ্ৰাদ্ধাদি যোৱাৰ প'ছত, ঘৰখন চিজিলৈ লাগি [illegible] সহজ পৰিস্থিতিলৈ আহিবলৈ আৰু ডেৰমাহ মান সময় লাগিল। আমি প্ৰায় তিনিমাহৰ মূৰত ছিলঙলৈ আহিলোঁ। দীৰ্ঘ অনুপস্থিতিৰ পাছত, ঘৰ সোমাই বগীৰ অভাৱ অনুভৱ কৰিলোঁ। তাই থাকোঁতেহে ইমান দিন ঘৰ এৰি থাকিলেও, ফিৰি আহি কোনো অসুবিধা পাব নালাগিলহেঁতেন। যিহওক, ঘৰখন থানথিত লগাই ললোঁ।-

বগীয়ে মাজে মাজে আহে যদিও, আগতকৈ আহা পাতলিল। কাৰণ সোধাত ক'লে যে তাই বোলে লগাভগা মানুহ এঘৰৰ লগত লগ লাগি অলপ বহলকৈ খেতি কৰিছে। আগৰ দৰে ঘনাই ঘাটলৈ আহিবৰ সময় নাপায়।

দিন গৈ, মাহ গৈ, কেইটামান বছৰো পাৰ হ'ল। মোৰ ল'ৰা-ছোৱালীয়ে উচ্চ শিক্ষাৰ বাবে বাহিৰলৈ গ'ল। বগীৰ ল'ৰাইও বোলে কলেজ পাচ কৰি কিবা এটা চাকৰিত সোমাইছে। ছোৱালীজনীয়েও মেট্ৰিক পাচ কৰি মিছনাৰী স্কুল এখনত কাম কৰে। দুয়োটাই লগে লগে পঢ়িও আছে হেনো। বগীয়ে ল'ৰা-ছোৱালীক মানুহ কৰিবলৈ কৰা যত্ন, ফলৱতী হোৱা জানি বৰ ভাল লাগিল। আজিকালি বগীৰ লগত ববকৈ দেখা সাক্ষাত নহয়। মাজে মাজে ল'ৰা-ছোৱালী দুটাক লগ পাওঁ। মাকৰ কথা সোধো। সিহঁতৰ খবৰ লওঁ। ল'ৰাটোই কামৰ মাজতে, পঢ়াশুনা কৰি এম এ পৰীক্ষা দি পাচ কৰা বুলি ক'লে। এতিয়া মিছনাৰী কলেজ এখনত কাম পাইছে। ভনীয়েকেও বোলে শিক্ষয়িত্ৰীৰ কামৰ মাজতে বি এ পাচ কৰি এৰেখন স্কুলতে ওপৰৰ শ্ৰেণীত পঢ়ায়। ল'ৰা-ছোৱালী দুটাৰ জীৱনত ভালদৰে প্ৰতিষ্ঠিত হোৱাৰ আগ্ৰহ আৰু অধ্যবসায় দেখি বৰ সন্তোষ পালোঁ।

আগৰ দৰেকৈ, বাৰীৰ শাক-পাচলি, ফলমূল লৈ বগী কাচিৎ আহে। ল'ৰা-ছোৱালীয়ে পঢ়া শুনা কৰি প্ৰফেচাৰ শিক্ষয়িত্ৰী হৈছে যদিও তাইৰ ভ্ৰেম নাই। হাতভৰি মেলি বহি, চাহ তামোল খাই, ঘৰৰ প্ৰত্যেকৰে খা-খবৰ লৈ তাইৰ নিজৰো খবৰ বাতৰি কৈ, সময় পালে আকৌ আহিব বুলি 'খুকুলাই চিবুন' দি বগী যায়গৈ।

ইতিমধ্যে ১৯৭২ চনত মেঘালয়ৰ সৃষ্টি হ'ল। বগীৰ ল'ৰা মেঘালয় চৰকাৰৰ এজন গণ্যমান্য ব্যক্তি হ'ল। ভনীয়েকেও মিছনাৰীৰ সহায়তো উচ্চ শিক্ষা ল'বলৈ বিলাতলৈ গ'ল। এইবিলাক খবৰ

বগীয়ে বিনম্ৰভাবে আৰু আমন্দেৰে মোক আহি কয়। নিজৰ কম বয়সৰ কঠোৰ পৰিশ্ৰমৰ কথা সোঁৱৰে। কয়, "হাম্ কেত্না দুখ কৰ্‌নে হুৱা, আপ্‌তো জান্‌তা হ্যায় মা মেমচাহাব? আভি ই লোক্‌কু দেখো—নোকৰ ভি ৰাখা, মটৰ গাড়ী ভি কিন্না, বৰা ঘৰমে ভি ৰহ্‌তা—উৱা লাইআপ্" বুলি গলগলাই হাঁহে। মইও আনন্দ প্ৰকাশ কৰি তাইক কওঁ, "চাচোন—কিমান ভাল লাগিছে এতিয়া। এতিয়া তই আৰু কষ্ট কৰিব নালাগে। আৰাম কৰ। বয়সতো হ'ল—তোৰো, মোৰো। আমাক এতিয়া উপযুক্ত ল'ৰা-ছোৱালীয়ে চোৱা দিন—নহয় জানো?"

বগীৰ ডাঙৰ, ধপাত, চুণেৰে ৰঙা পৰি থকা ওঁঠৰ মাজত কৃতকাৰ্যতাৰ হাঁহি এটা বিৰিঙি উঠে। চকুৰ দৃষ্টি দূৰলৈ যায়। বুকুৰ পৰা স্বস্তিৰ হুমুনিয়াহ এটা ওলাই আহে। কয়, "উৱা মেম্‌চাহাব, হাম্‌তো আপ্‌না আপ্ ৰহেগা আচ্ছা লাগ্‌তা। আপ্‌না কৰেগা, আপনা খায়েগা, আপনা ৰহেগা—ঠিক নেই?"

মই কওঁ, "ঠিকেই কৈছ।" আগৰ দৰেই হাতভৰি মেলি বহি, চাহ-তামোল খাই, খবৰ বাতৰি লৈ আৰু খবৰ বাতৰি দি সময় পালে এইদৰে আকৌ আহিব বুলি কৈ মোক 'খুব্‌লাই চিবুন' কৈ তাই আঁতৰে।

তাই যোৱালৈ মই চাই ৰওঁ। মাতৃপ্ৰধান সমাজৰ, স্বাধীন তিৰোতাৰ মনোবল দেখি ভাল লাগিল। এনে সমাজতে এই স্বাধীনতাৰ কিমান যে অপব্যৱহাৰ ঘটে, সেই কথাও মনলৈ আহিল।

মানুহৰ সকলো ভাল-বেয়া, উত্থান-পতনৰ মূলতে যে মানুহৰ মনটোৱেই, সেই কথা জনা থাকিলেও যেন পুনৰ উপলব্ধি কৰিলোঁ।

---

কেইটামান খাচীয়া শব্দৰ অসমীয়া ৰূপ ঃ

পৃঃ ১৩১ 'উৱা'—কথাৰ মাজত বা আগতে ব্যৱহাৰ হোৱা ভাব প্ৰকাশক শব্দ,—ইয়াত আচৰিত ভাব বুজাইছে। পৃঃ ১৩০ ক্‌ৱাই—তামোল। পৃঃ ১৩০ কং—বাই বা ভনী,—ইয়াত সম্মানসূচক বাই অৰ্থ হয়। পৃঃ ১৩০ লা'—কথাৰ আগত বা মাজত নানাভাবে ব্যৱহাৰ হয়,—ইয়াত ইতিসূচক হ'ব। পৃঃ ১৩১ লাইআপ্—এৰা, মৰিলো,—ইয়াত কষ্টতো মৰো'ৰ অৰ্থে ব্যৱহাৰ হৈছে। পৃঃ ১৩২ খুব্‌লাই—নমস্কাৰ আৰু ধন্যবাদ। পৃঃ ১৩২ চিবুন—বহুত। পৃঃ ১৩২ মেও—মই। পৃঃ ১৩২ লাইআপ্—মৰিলো। পৃঃ ১৩২ উৱা—দুখ, আচৰিত, খং-ৰাগ আদি বুজোৱা শব্দ। পৃঃ ১৩২ ডং—আছে।

# বুঢ়ী গোসাঁনীৰ বিলৈ

সেইদিনা নামঘৰলৈ যাওঁতে বাটৰ কাষত দ'মাই থোৱা আবৰ্জনাৰ দ'মটোৰ ওপৰত কুকুৰা চৰাইৰ ঠেং-মূৰ সৈতে চেলাই পেলোৱা ছাল, নাড়ী-ভুৰি, মাছৰ বাকলি, পেট্টু, দাঁতনিকটাই পৰি থকা দুটা মৰা দালশলিয়া, এটা পেট ফুলি ওকন্দি থকা মৰা মেকুৰী পোৱালী, পচা শাক-তৰকাৰী, ভাত আঞ্জা, মাছৰ কাঁইট, মাংসৰ হাড় এই-বিলাক চকুত পৰাত আৰু সেই আবৰ্জনাৰ দ'মটোৰ ওচৰেদিয়েই যাবলগীয়া হোৱাত বুঢ়ী গোসাঁনী আৰু আন কেইগৰাকীয়ে নাকে-মুখে চাদৰৰ লেচ সোপা দি, কোনোমতে ঠাইডোখৰ পাৰ হৈ যাবলৈ বুলি বেগাই খোজ দিলে।

সেই কুৎসিত দৃশ্য আৰু দুৰ্গন্ধময় পৰিৱেশটো যিমান পাৰি শীঘ্ৰে পাৰ হৈ যাবলৈ বুলি খৰখেদা কৰোঁতে, শকত-আৱত বুঢ়ী গোসাঁনীৰ সোঁ ভৰিখন, খোকোৰা মোজোৰা হৈ ভাঙি থকা বাটটোৰ মাজৰ এটা সৰু গাঁতত সোমাই, বেঁকা হৈ গ'ল। তেওঁ বহুলাত 'আই ঔ' বুলি শব্দ এটা কৰি বহি পৰিল। লগৰ কেইগৰাকীয়ে তেওঁক হাতত ধৰি আথেবেথে তুলিবলৈ যত্ন কৰোঁতে, বুঢ়ী গোসাঁনীৰ মুখৰ পৰা কাতৰ 'উহ্ উহ্' শব্দ ওলালেও, তেওঁ দুখ দিবলৈ মন নকৰি, বলে বুদ্ধিয়ে 'চৌৰঙ্গ' ডেকানী আৰু পাচৈতাৰীৰ মেৰীৰেখৰ কাষত ভৰ দি কোনোমতে থিয় হ'ল। তাৰ পাচত আটাই কেই-গৰাকীয়ে গোসাঁনীক যেনিবুনি ধৰি তেওঁৰ ঘৰলৈ লৈ গ'ল। সেই-দিনা তেওঁলোকৰ কাৰো নামলৈ যোৱা নহ'ল।

ঘৰত এজনী জিগিৰী হোৱালীৰে সৈতে বুঢ়ী গোসাঁনী অকলেই থাকে। 'কন্সাটিভ'ৰ সন্মুখে থকা জুপুৰীটোত, এটা 'কমলা' নামৰ কণা আলহীয়া মানুহ থাকে।

বুঢ়ী গোসাঁনীক ঘৰলৈ নি, জিগিৰী হোৱালীজনীৰ আহোৰতহতে তেওঁক বিচনাত শুৱাই থৈ, গোসাঁনীৰ ভৰিৰ ডাক্তৰৰ বিচাৰ হোৱালীজনীক বুজাই বঢ়াই গোসাঁনীক আশ্বাস দি, লগৰ কেইগৰাকী যাবলৈ ওলাল।

পাবাৰ শৰ্মানীৰ সৰু ল'ৰা ভাওৰ। তেওঁ ক'লে, "মই বাপা কামৰ পৰা আহিলেই পঠিয়াই দিম।" বাকী কেইগৰাকীয়েও আকৌ এবাৰ আহিব বুলি, আৰু দৰকাৰ হলেই তেওঁলোকক খবৰ দিবলৈ কৈ ঘৰাঘৰি গ'ল।

সাজ লাগি ভঙাত, গোসাঁনীলৈ বুলি হাতে হাতে কিবাকিবি অকণ অকণ লৈ, আটাইকেইগৰাকীয়ে গোসাঁনীৰ খবৰ ল'বলৈ আহিল।

ইতিমধ্যে শৰ্মানীৰ ডাক্তৰ ল'ৰাই, গোসাঁনীৰ ভৰিখন চাই-চিন্তি, লগোৱা আৰু খোৱা ঔষধ দি, পানীগাঠিত বেণ্ডেজ এটা বান্ধি দি গৈছে। ভৰিখন উখহি ৰঙা পৰি আছে যদিও, গোসাঁনীক দুপৰীয়া দেখি যোৱাতকৈ সুস্থ যেন দেখি লগৰীয়াসকলৰ মন পাতল লাগিল।

আপীয়ে যতনাই আনি দিয়া তামোল চোবাই চোবাই, গোটেই কেইগৰাকীয়ে সেই 'মিউনিচিপেলিটি' নে 'কৰ্পোৰেচন'ৰ আওকাণ, ৰাস্তাত গোবৰ-জাবৰৰ দ'ম, গাঁত, বোকাপানী, এইবোৰৰ কথাই পাতিলে। অলপ সময় কথা-বতৰা হোৱাৰ পাচত, গোসাঁনীৰ ভাগৰ লগা যেন দেখি, আপীক অলপ জাগি শুবলৈ আৰু দৰকাৰ হলে, ৰাতি হলেও 'কামলা'টোৰ হতুৱাই খবৰ এটা দিবলৈ কৈ, তেওঁলোকে বিদায় ল'লে।

ৰাতি খিচা অলপ আহাব কৰি পানী এগিলাচৰ লগত ডাক্তৰে দিয়া 'কেপচুল' 'টেব্লেট্' খাই, মুখত অকণমান চুকুকা তামোল লৈ, গোসাঁনীয়ে পদ্মনাভ সুঁৱৰি বিছনাত দীঘল দিলে।

ডাক্তৰে বিষ কমা ঔষধৰ লগত টোপনি অহা ঔষধো দিছিল। বিছনাত পৰাৰ অলপ সময় পাচতে গোসাঁনীৰ টোপনি আহিল।

পাচদিনা পুৱা, আনকালতকৈ গোসাঁনীৰ সাৰ পোৱাত পলম হ'ল। লিগিৰী হোৱালীজনীয়ে ইতিমধ্যে উঠি ঘৰ-চোতাল সৰাত লাগিছে। গোসাঁনীয়ে ইষ্টনাম স্মৰণ কৰি, উঠি বহি, বিছনাৰ পৰাই মাত লগালে, "আপী, এই আপী, কতনো কি কৰি আছ? এইপিনে আহ।" তাই মাত লগালে, "চোতাল সাৰি আছোঁ আই। এই হলেই। এইবিলাক পেলাই গা ধুই আহোঁগে।" এইবুলি তাই চোতাল ঘৰ সাৰা জাবৰ-জুহুঁৰবিলাক এটা ভঙা পাচিত ভৰাই, আগৰাতি বাচনী ঘৰ সাৰি মুচি জমোই থোৱা ছাই, শাকপাচলিৰ বাকলি, পাতত ৰোৱা আঁজা ভাত, হাতধোৱা চৰিয়াৰ চুৱাপানী ইত্যাদি ভৰাই থোৱা

মামৰে ধৰা সৰু বাল্টিটোও তুলি লৈ, বাস্তালৈ ওলাই গ'ল।

ৰাস্তাৰ কাষত 'মিউনিচিপেলিটি'য়ে বা 'কৰ্পোৰেচনে' ৰাহানিবাই পাতি থৈ যোৱা, বগা আখৰেৰে ডাঙৰকৈ G M. C. লেখা সেউজীয়া টিনৰ, চাৰিচুকীয়া, মামৰে খাই শতছিদ্ৰ কৰা 'ডাষ্টবীন' বোলা বস্তুটোৰ ওপৰছাটি পৰি, কেউপিনে দ'ম লাগি থকা আৱৰ্জনাৰ দ'মটোৰ ওপৰত দূৰৰে পৰা তাইৰ হাতত থকা ভঙা পাচি আৰু খেতেলাখোৱা বাল্টিটোৰ সকলোখিনি আৱৰ্জনা দলিয়াই দিলে। জাবৰৰ দ'মটোৰ পৰা কেইটামান ভেনা মাখি ইফালে সিফালে উৰি ভনভনাই আকৌ দ'মটোৰ ওপৰত পৰিলগৈ।

জাবৰ জোঁথৰ পেলাই উভতিবৰ সময়ত তাই ওচৰৰ শৰ্মানী, ডেকানী, পাটোৱাৰীহঁতৰ ঘৰৰ কাম কৰা ল'ৰা-ছোৱালীহঁতেও হাতত জাবৰৰ টিন, পাচি লৈ 'ডাষ্টবীন'টোৰ পিনে অহা দেখা পাই, "হ'ল তহঁতৰো চোতাল ঘৰ সাৰা?" বুলি, ভঙা পাচি আৰু 'মামৰে ধৰা বাল্টিটো তুলি লৈ বাস্তাৰ মাজত কেইবাৰমান ওভোতাই খেকেচি, চাফা কৰি লৈ ঘৰমুৱা হ'ল।

+++

# ৰূপহী বিল

কাতি মাহৰ গধূলি। গাঁৱৰ পথাৰৰ মাজত থকা 'ইনচ্‌পেক্‌চন্‌' বঙলাটো কুঁৱলীয়ে বেৰি ধৰিছে। অলপ দূৰলৈকো ভালকৈ একো মনিব নোৱাৰি। সেৰ্‌সেৰীয়া ঠাণ্ডা ভাব। কেইদিনমান হ'ল চৰকাৰী কামত এই গাঁওলৈ আহিছোঁ। 'ট্ৰাঙ্ক ৰোড'ৰ পৰা কেই-মাইলমান সোমাই গৈ 'নীলপুৰ' গাঁও। তামোল-পাণ, নাৰিকল, বাঁহ, বহল বহল পথাৰ, মাজে মাজে দুই এটা খাল বা সৰু পুখুৰীয়ে সৈতে গাঁওখনত এটা সমৃদ্ধিশালী, শান্ত পৰিবেশ আছে।

আবেলি চাহ খাই উঠি বঙলাৰ বাৰান্দাত পাতি থোৱা 'ইজি চেয়াৰ'খনত, গাত এখন এণ্ডিৰ চাদৰ মেৰাই লৈ বহি হাতেৰে মহ খেদি খেদি শূন্যমনে বাহিৰলৈ চাই আছিলোঁ। ময়লা কেৰাচিন তেলৰ হাতলেমটোৰ ডিমিকডামাক্‌ পোহৰত লেখা-পঢ়া কৰাৰ উপায় নাই। ফুৰিবলৈ জাগা নাই। মনটো বিৰক্তিৰে ভৰি পৰিছিল। এনেতে সৰুকালৰ বন্ধু তপন গৈ ওলাল। মই আহা গম পাই, মোক লগ ধৰিবলৈ আহিছে। তপনক দেখি বৰ সকাহ পোৱাদি পালোঁ।

তপনহঁতৰ ঘৰ এই গাঁৱতে। ককাকৰ দিনাৰ মৌজা। মাটিবাৰী বহুতো। পঢ়া শেষ হোৱাৰ পাচত, চৰকাৰী চাকৰিৰ কাৰণে হাবা-থুৰি খাই নুফুৰি তপনে ঘৰতে থাকি মাটি-বাৰী চলায়। গঞ্জতে সৰু-সুৰা ব্যৱসায়ো কৰে। দুই বন্ধুৱে বহুতো কথা পাতিলোঁ। চাহ একোকাপ খোৱাৰ পাচত, তপনে মোক পাচদিনা ৰাতি তেওঁ-লোকৰ ঘৰত ভাত খাবলৈ মাতিলে। মই বৰ ভাল পালোঁ। দূৰৰ চহৰত ল'ৰা-তিৰোতা এৰি এসপ্তাহৰো ওপৰকাল গাঁৱৰ পথাৰৰ মাজৰ ইনচ্‌পেক্‌চন বঙলাত বহি বহি মনটো আমুৰাই গৈছিল। কাষে-পাজৰে ঘৰবাৰী নাই। এমূৰে চকিদাৰৰ সৰু ঘৰ এটা। বিনা দৰকাৰত তাক কম্পাউণ্ডত নেদেখিয়েই।

ৰাতি হৈ অহাত, মোক পাচদিনা যেন তেওঁলোকৰ ঘৰলৈ যাবলৈ নাপাহৰোঁ, সেই কথা সোঁৱৰাই দি তপন গ'ল। তেওঁ

খোৱাৰ পাচত, লগৰ খোৱা চাপ্ৰাচীটোৱে টেবুলত ভাত দিয়া বুলি ক'লেহি। খাই-বৈ মই বিছনাত পৰিলোঁ।

পাচদিনা, সাতমান বজাতে মই তপনহঁতৰ ঘৰলৈ খোজ ললোঁ। গাঁওত সন্ধ্যাতেই বহু ৰাতি হোৱা যেন লাগে। আচহুৱা নাই। তপনহঁতৰ ঘৰ পাওঁতেও সময় ল'লে।

আমি বাহিৰৰ চ'ৰা ঘৰতে বহি কথা পাতি আছোঁ। ল'ৰাকালৰ বন্ধুক বহুদিনৰ পাচত লগ পাইছোঁ। কত ৰকমৰ যে কথা তাৰ ঠিক-ঠিকনা নাই। এঘণ্টামানৰ পাচত খবৰ আহিল—ভাত দিছে বুলি। হাত-মুখ ধুই ৰান্ধনী ঘৰলৈ গলোঁ। কেবাবিধো আঞ্জাৰ লগত বনৰীয়া হাঁহৰ সোৱাদ পাই, তপনক সুধিলোঁ যে এনে বিভোগন বস্তু ক'ত পালে? তপনে অলপ হাঁহি ক'লে, "হাঁহবনো কি অভাৱ? বিচাৰিলেই পোৱা যায়।" "কেনে?" মই সুধিলোঁ। তপনে ক'লে, "দুই তিনি মাইল আঁতৰত গাঁৱৰ মূৰত এখন ডাঙৰ বিল আছে। খৰালি তাত জাকে জাকে হাঁহ, কাম, সৰালী আদি নানাবিধৰ চৰাই পৰে। বন্দুক এটা লৈ এপাক ঘূৰি আহিলেই দুই-চাৰিটা মাৰি লৈ আহিব পাৰি।" কথাটো শুনি মই বৰ ভাল পালোঁ। 'চিকাৰি' বুলি নাম নাই যদিও, চিকাৰত মোৰ চখ আছে। তপনক কলোঁ, "তেনে-হ'লে এদিন চিকাৰলৈ যোৱা যাওক ব'লা।" হাঁহিমুখে মোলৈ চাই তপনে ক'লে, "ভাল কথা—যোৱা যাওক।" তপনৰ লগত পাচদিনা ৰাতিপুৱাই চিকাৰলৈ যোৱাৰ বন্দোবস্ত কৰি, তামোল চাহ খাই মই 'ইনচ্পেক্চন্' বঙলালৈ আহিলোঁ। লগৰ চাপ্ৰাচীটোক পাচদিনা খুব দোকমোকালীতে চাহ লাগিব বুলি কৈ, কাপোৰকানি সলাই মই বিছনাত পৰিলোঁ।

পিচদিনা দোকমোকালীতে উঠি মুখ-হাত ধুই কাপোৰকানি পিন্ধি, চাহ খাই, কাৰ্টিজ কেইটামান জেপত ভৰাই, বন্দুকটো হাতত লৈ তপনহঁতৰ ঘৰ পালোঁগৈ। তপন সাজু হৈয়ে আছিল। অকণো পলম নকৰি, আমি বিলৰ পিনে বেগাই খোজ ললোঁ।

কিছুসময় পাচত বিলৰ ওচৰ পালোঁ। ইপাৰ সিপাৰ প্ৰায় নেদেখাৰ নিচিনা বহল। বিলৰ মাজত অসংখ্য বগা ৰঙা পদুম ফুল, ভেটফুল আৰু নানাপ্ৰকাৰ জলজ উদ্ভিদেৰে ভেটজীয়া হৈ আছে। ৰাতিপুৱাৰ কোমল ৰ'দৰ ৰঙালী আভা পৰি, বিলৰ পানী সোণোৱালী

হৈ উঠিছে। যেন প্ৰকাণ্ড সোণৰ পাত এখনত কোনো কাৰিকৰে হীৰা, মাণিক, মৰকতৰ কাৰুকাৰ্য কৰি থৈছে। বিভোপন দৃশ্য। বন্ধুক বিলখনৰ নাম সোধাত ক'লে 'ৰূপহী বিল'। "বিলৰ নাম ৰাখা মানুহজনৰ কল্পনা শক্তিক বখানিবলগীয়া" মই কলোঁ। সম্মতি-সূচক হাঁহি এটা মাৰি তপনে ক'লে, "গাঁৱৰ মানুহৰ মুখত এই 'ৰূপহী' নামৰ এটা প্ৰবাদো শুনা যায়।" "হয় নেকি? কিনো প্ৰবাদ?" মই সুধিলোঁ।

"এতিয়া ক'বৰ সময় নাই।" তপনে ক'লে। "এতিয়া গল্প কোৱাত লাগিলে চিকাৰৰ আশা এৰিব লাগিব।" অলপ হাঁহি মই তপনৰ লগে লগে বিলৰ পাৰে পাৰে যাব ধৰিলোঁ।

কিছুদূৰ গৈ, এঠাইত জাকে জাকে হাঁহ পৰি থকা দেখিলোঁ। তপনে হাঁহজাকলৈ আঙুলিয়াই ইংগিততে মোক গুলী মাৰিব কৈ, তেওঁ নিজৰ বন্দুকটো উপৰমুৱাকৈ টোঁৱাই ৰ'ল। উদ্দেশ্য, মই তলত মাৰিলে, হাঁহ উৰি গলে তেওঁ উৰি থাকোঁতে মাৰিব। কেইমিনিটমান পাচত, নিশ্চিন্তমনে চৰি থকা হাঁহজাকৰ উদ্দেশ্যে মোৰ বন্দুকৰ পৰা এটাৰ পাচত এটাকৈ, দুটা গুলী মুহূৰ্ততে প্ৰবল বেগে ওলাই গ'ল। লগে লগে তপনৰো বন্দুক গৰ্জি উঠিল—গুৰুম্ গুৰুম্। জৰাজৰিকৈ চাই দেখোঁ, পানীত দহবাৰটা মান হাঁহ পৰি আছে। দুটামানে কিছুসময় পানীৰ ওপৰত চপচপাই থাকি, এবাৰ ফুট্‌কৰে ওপৰলৈ উৰি গ'ল। দুটা বহু দূৰত পৰিলগৈ। বাকীকেইটা হাঁহ সামৰি লৈ, আকৌ কিছুদূৰ আগবাঢ়ি গলোঁ। ইফালে সিফালে ঘূৰি, কেইটামান আন আন চৰাই মাৰি লৈ সেইদিনালৈ যথেষ্ট হৈছে বুলি ভাবি, পাৰৰ গছ এজোপাৰ তলত আহি বহিলোঁ। মাৰি অনা চৰাইবিলাক, আমাৰ ওচৰতে পৰি ৰ'ল—মানুহৰ ভিতৰত সুপ্ত হৈ থকা আদিম প্ৰবৃত্তিৰ চিনস্বৰূপে।

অলপ জিৰাই ল'বৰ মনে ভৰিহাত মেলি বহি, দুয়ো দুটা চিগাৰেট জ্বলাই ললোঁ। বেলিটো ভেটিয়ালৈ ওপৰলৈ উঠি আহিছে। ৰ'দৰ কোমলতা ক্ৰমে হ্ৰাস হৈ আহিছে। চিগাৰেটটোত এটা আৰামৰ হোপা মাৰি তপনক কলোঁ, "এতিয়া কোৱা তোমাৰ গল্প।"

"গল্প—কিহৰ গল্প?" তপনে সুধিলে। মই কলোঁ, "কিয়, তুমি এই বিলৰ 'ৰূপহী' নাম সম্পৰ্কে কিবা এটা ক'ব খুজিছিলা নহয়?"

"অ' পাহৰিছিলোঁৱেই," অলপ হাঁহি তপনে ক'লে। "এৰা, আমাৰ গাঁৱত এই বিলখনৰ কথা মানুহে কোৱা-মেলা কৰে। 'স্বৰ্ণগহী' নামটোৰ বিষয়ে থকা প্ৰবাদটোও' বৰ সুন্দৰ। কওঁ ৰ'বা।"

মই কাণ পাতি ৰলোঁ। হাতৰ চিগাৰেটটোত এটা দীঘলীয়া হোপা মাৰি, পেলাই দি, 'কেচ'টোৰ পৰা আৰু এটা উলিয়াই লৈ, দিয়াচলাইৰ কাঠিডাল জ্বলাই জ্বলাই তপনে আৰম্ভ কৰিলে, "আমাৰ গাঁৱৰ এমূৰত এখন বৰ ডাঙৰ এৰাবাৰী আছে। বাৰীখনৰ মাজ-ভাগত এটা আধাভঙা 'দালান ঘৰ' আছে। বেৰাবিলাক ফাটি গৈছে। তাৰ ফাঁকবিলাকত গজা আঁহত গছ, বৰগছৰ পুলিবিলাক ক্ৰমে ডাঙৰ হৈ উঠিছে। ভিতৰখনত বাদুলীৰ বাঁহ। গোটেই চৌহদটোতে গছ গছনি আৰু জোপজাৰৰ হাবিয়নী। আমাৰ গাঁৱৰ বুঢ়াসকলে কয়, সেই বাৰীঘৰ বোলে, কালীপ্ৰসাদ চৌধুৰী বুলি, গাঁৱৰে এজন প্ৰতিপত্তিশালী মানুহৰ আছিল। এতিয়া তেওঁৰ বংশৰ কোনো নাই। কালীপ্ৰসাদ চৌধুৰী শিক্ষিত, অধ্যৱসায়ী আৰু স্বাধীনচেতীয়া লোক আছিল বোলে। কলিকতাৰ কলেজত পঢ়ি বি এ, পাচ কৰা অসমীয়া ল'ৰাৰ সংখ্যা হাতৰ পাঁচো আঙুলিৰ মূৰত গণিবৰ জোখাৰেও নাথাকা দিনৰে 'গ্ৰেজুৱেট' হৈও, কালীপ্ৰসাদে ইংৰাজৰ চাকৰি বা চহৰ বাসৰ মোহ কাতি কৰি, নিজৰ গাঁৱতে থাকিবলৈ ললে। এনে বিৰল ঘটনা দেখি গাঁৱৰ মানুহ প্ৰথমে আচৰিত হৈছিল। ধনী মানী ঘৰৰ একমাত্ৰ ল'ৰা কালীপ্ৰসাদে নিজৰ মনৰ জোখাৰে ঘৰবাৰী কৰি, ঘৰ আৰু গাঁৱৰ উন্নতিকল্পে যত্নপৰ হ'ল। দেখি শুনি গাঁৱৰ মানুহে বৰ ভাল পালে আৰু সাধ্য অনুসৰি ৰাইজে তেওঁক এই বিষয়ত সহায় কৰিবলৈকো ধৰিলে। গাঁওবাসীৰ সহযোগত, নিজৰ নেৰানেপেৰা যত্ন আৰু অধ্যৱসায়ৰ ফলত ক্ৰমে গাঁৱৰ বহুতো অভাৱ অভিযোগ দূৰ হ'বলৈ ধৰিলে। ডাকঘৰ, টিউবওৱেল, ডিচপেনচেৰী, ষ্টেচনলৈ অহা-যোৱা বাট, ছাজবেৰা নোহোৱা পাঠশালা ঘৰটোৰ মেৰামতি আৰু উন্নয়নৰ উপৰিও ওচৰৰ গাঁৱত থকা মজলীয়া স্কুলখনত কেইটামান ওখ শ্ৰেণী খুলি, পাচলৈ সেইখন হাইস্কুলৰ পৰ্যায়লৈ নিয়া, স্কুলৰ বাবে শিক্ষক, ডিচপেনচেৰীৰ বাবে ডাক্তৰ, কম্পাউণ্ডাৰ আদিৰ সুব্যৱস্থাও কালীপ্ৰসাদৰ চেষ্টাতে হ'ল। গাঁৱৰ ডাঙৰ নামঘৰ, লাইব্ৰেৰী, ছোৱালীৰ স্কুল আদিও কালীপ্ৰসাদৰ দান। এইবিলাক কৰিবলৈ

কালীপ্ৰসাদে চৰকাৰৰ দ্বাৰা বহু লেখালেখি কৰি, অহা-যোৱা কৰি, তাওৰ সৰু চেলু দৈ গাঁৱত মেল-মিটিং পাতি, বিভাগীয় মুৰব্বী বিষয়াসকলক সেইবিলাকলৈ নিমন্ত্ৰণ কৰি আনি সাদৰ সন্মান দৰ্শাই, বুজাই-বোৰাই, কাৰ্যসিদ্ধিৰ হকে নানা প্ৰবন্ধ কৰিছিল। মুঠৰ ওপৰত গাঁওখনৰ সকলো প্ৰকাৰ উন্নতিৰ মূলতে আছিল কালীপ্ৰসাদ চৌধুৰীৰ যত্ন, দূৰদৰ্শিতা আৰু উদাৰতা।

এনেকুৱা এজন হিতৈষী লোক গাঁৱত থকাত, গাঁৱৰ মানুহে ভাল পোৱাৰ লগতে গৰ্বও অনুভৱ কৰিছিল। অমায়িক স্বভাৱৰ কালীপ্ৰসাদৰ প্ৰতি গাঁৱৰ কাৰো অসন্তুষ্টি বা খিয়াল কপট নাছিল। কাৰোবাৰ তেনে ভাব থাকিলেও কালীপ্ৰসাদৰ ব্যক্তিত্বৰ আগত, সেইবিলাক কুটা যেন হৈ উৰি যাবলৈ বাধ্য হৈছিল।

কালীপ্ৰসাদৰ কোনো সতিসন্ততি হোৱা নাছিল। সেই কথাই মাজে মাজে কালীপ্ৰসাদ আৰু মৈৰেণীয়েকৰ মনত পীড়া দিছিল। গাঁওকুচলীয়া, ভাগীযোগীয়েও এই কথা লৈ দুখ কৰিছিল। নানান চিকিৎসা, মাদুলী তাবিজ, পূজাপাঠ আদিৰ পাচতো ফল ধৰা নাছিল। কালীপ্ৰসাদ আৰু মৈৰেণীয়েক সন্তান সম্বন্ধে হতাশ হৈ পৰিছিল। তেনে সময়তে প্ৰায় ভাটি বয়সত তেওঁলোকৰ এজনী ছোৱালী জন্ম হ'ল। সন্তান জন্মত চৌধুৰীৰ ঘৰৰ সকলোৱে ভাল পালে। আন লোকে 'বুঢ়া বয়সত হ'ল যেতিয়া, ল'ৰা হলেও ভাল আছিল' বুলি কোৱা-মেলা কৰিছিল। যদিও সকলোৱে কিন্তু ভাল পাইছিল। ৰূপে, গুণে ছোৱালীজনী ধুনীয়া হৈছিল। পিতাক মাকে মৰমতে 'ৰূপহী' নাম দিছিল।

গাঁৱত আছিল যদিও কালীপ্ৰসাদে অধ্যয়ন এৰা নাছিল। নানা বিষয়ৰ কিতাপ-পত্ৰ আনি, ঘৰতে এটা সৰু-সুৰা লাইব্ৰেৰী কৰি লৈছিল। দিনৰ দিনটো নানা কাম-কাজে ব্যস্ত থাকে। ৰাতিৰ ভাগত কালীপ্ৰসাদে নিয়মিতৰূপে অধ্যয়ন কৰিছিল। গাঁৱৰে কোনো ডেকা ল'ৰাই পঢ়া-শুনা কৰিব খুজিলে, তেওঁ নিজৰ লাইব্ৰেৰীতে বহি পঢ়িবলৈ সুবিধা কৰি দিছিল। আৱশ্যক মতে জনাখিনি শিকাই বুজাই দিছিল।

কালীপ্ৰসাদে অতি যত্নেৰে জীয়েকৰ পঢ়া-শুনা বিষয়তো তত্ত্বাৱধান ল'ব ধৰিলে। মাকৰ পৰা পোৱা ৰূপৰ শিক্ষা আৰু পিতাকৰ

ভত্তাৱধানত পোৱা লেখা-পঢ়া আদি শিক্ষাত দিন যোৱাৰ লগে লগে, ৰূপহী ৰূপ-গুণে সকলোৰে প্ৰশংসা আৰু আদৰৰ পাত্ৰী হৈ উঠিল। লাহে লাহে ৰূপহীৰ বিয়াৰ বয়স হোৱাত, কালীপ্ৰসাদে জীয়েকৰ বাবে উপযুক্ত ঘৰ বৰৰ সন্ধান কৰিব ধৰিলে। ঘৰ মিলিলে বৰ নিমিলে। বৰ মিলিলে ঘৰ নিমিলে। এনেতে শুনিলে যে ওচৰৰ গাঁৱৰ ধৰ্মেশ্বৰ মৌজাদাৰৰ ডাঙৰ ল'ৰাই বিলাতত উচ্চ শিক্ষা লাভ কৰি ঘৰলৈ উভতি আহিছে। তিনি চাৰি পুৰুষৰ মৌজা। সৰুৰে পৰা মৌজাৰ কাম-কাজ, নিয়ম প্ৰণালী ইত্যাদি দেখি অহা ধৰ্মেশ্বৰ মৌজাদাৰ বিচক্ষণ আৰু দূৰদৰ্শী লোক আছিল। তেওঁ চৰকাৰৰ ঘৰৰ লগত খাতিৰ আৰু গাঁৱলীয়া সমাজৰ লগত সম্ভাৱ দুয়োটাই বৰ বিচক্ষণ-তাৰে ৰক্ষা কৰি আহিছিল। এনে বিচক্ষণ বুদ্ধিৰ গুণতে তেওঁ 'ৰায়চাহাব' উপাধিও লাভ কৰিছিল। গাঁৱৰ ঘৰৰ প্ৰতিপত্তি ৰক্ষা, চহৰ বাস, ল'ৰাৰ বিলাতত শিক্ষা এই সকলোবোৰ ধৰ্মেশ্বৰ মৌজা-দাৰৰ দূৰদৰ্শী বুদ্ধিৰ ফল আছিল।

ধৰ্মেশ্বৰ মৌজাদাৰৰ ল'ৰাৰ কথা কাণত পৰাত, কালীপ্ৰসাদে এদিন দিন বাৰ চাই, তেওঁৰ ঘৰ ওলালগৈ। দুয়োঘৰে সমপৰ্যায়ৰ লোক। ল'ৰাৰ মত হ'লে আৰু বাহিৰোৱা মিলিলে বিয়া পাতাত বাধা নাই। কথাবতৰা হৈ, আদৰ-অভ্যৰ্থনা লৈ, কালীপ্ৰসাদ প্ৰসন্ন-চিত্তে ঘৰলৈ উভতিল। ল'ৰাৰ, সোঁৱৰলীৰ আৰু ঘৰৰ আটাইৰে মিল হোৱাত ৰূপহীৰ বিয়া ধৰ্মেশ্বৰ মৌজাদাৰৰ বিলাত ফেৰত ল'ৰাৰ লগত ঠিক হ'ল।

একমাত্ৰ সন্তান, মৰমৰ জীয়েকৰ বিয়া কালীপ্ৰসাদে ধুমধামেৰে পাতিলে। বিয়াৰ পাচদিনা মাক-পিতাক, গাঁও কুটুমীয়া, লগাভগা সকলোকে কন্দুৱাই, চকুৰ পানীৰে বিয়াৰ কইনাৰ নতুন সাজৰ আঁচল তিয়াই, উৰুলী জোকাৰৰ মাজেৰে, সকলোৰে হিয়াভৰা আশীৰ্বাদ লৈ ৰূপহী শহুৰীলৈ গ'ল।

কেইদিনমান পাচত, নতুন জোঁৱাই নন্দকুমাৰক ৰূপহীৰে সৈতে কালীপ্ৰসাদে আঠমঙলাৰ বাবে নিমন্ত্ৰণ কৰিলে। সেইমতে নন্দ-কুমাৰৰ লগত, ৰূপহী নিজৰ ঘৰলৈ আহিল। নতুন জোঁৱাইৰ মাত-কথাত, আচাৰ-ব্যৱহাৰত ৰূপহীৰ মাক পিতাকৰে পৰা, ওচৰ-চুবুৰীয়া নি[illegible]কুটুম সকলোৰে সন্তোষ পালে। অতি আদৰৰ

একমাত্র জীয়েকৰ মনত প্ৰফুল্ল আৰু সন্তোষৰ ভাব লক্ষ্য কৰি কালীপ্ৰসাদ আৰু ঘৈণীয়েক নিশ্চিন্ত হ'ল। নিমন্ত্ৰণ, আমন্ত্ৰণ, দেখা সাক্ষাত, চিনাপৰিচয় ইত্যাদিৰ মাজেৰে কেইটামান দিন ব্যস্ত আনন্দত কটাই, ৰূপহীৰ লগতে নন্দকুমাৰ নিজ ঘৰলৈ উভতি গ'ল।

ইয়াৰ দুমাহমান পাচত নন্দকুমাৰে অসমৰ বাহিৰৰ এটা ডাঙৰ কাৰখানাত মনৰ জোখাৰে কাম এটা পাই, তালৈ যাবলৈ ঠিক কৰিলে। প্ৰথমতে তেওঁ অকলে গৈ কাম-কাজ, থকা-মেলাৰ আও ভাও বুজি লৈ এমাহমান পাচত ৰূপহীকো লৈ যাবলৈ বুজি আহিল। কামত সোমোৱাৰ পাচত দুবছৰমানলৈ ছুটি পোৱা সম্ভৱ নহ'ব বাবে, পহীৰ লগত নন্দকুমাৰে কেইদিনমান শহুৰেকৰ ঘৰত থাকি মাতৰথা লগাই যাবলৈ বুজি কালীপ্ৰসাদৰ ঘৰলৈ আহিল।

কালীপ্ৰসাদৰ ঘৰ আকৌ আনন্দৰে মুখৰিত হৈ উঠিল। নন্দকুমাৰেও এইবাৰ সকলোৰে লগত সহজভাৱে মিলা-মিছা কৰি, পুৱা-গধূলি গাঁওখনৰ ইমূৰৰ পৰা সিমূৰলৈ ফুৰি ফুৰিব ধৰিলে। এনেকৈ ফুৰি ফুৰোঁতে এদিন গাঁৱৰ বাহিৰত, দূৰত থকা এই বিলখন দেখিলে। সদ্য বিয়াতক্ষেত্ৰত, তেতিয়াও নতুন বিয়াৰ ৰঙীন মোহে আবৰি থকা ডেকা নন্দকুমাৰৰ ৰঙা বগা পদুম ফুলেৰে ভৰি থকা বহল বিলখন দেখি মুগ্ধ হ'ল। ৰূপহীৰ লগত একেলগে এই সৌন্দর্য উপভোগ কৰিবৰ মনেৰে, এদিন জোনাক ৰাতি গধূলি সময়ত দুয়ো এই বিলৰ পাৰলৈ ফুৰিবলৈ আহিল। নির্জন বিল। ৰঙা বগা পদুম ফুলেৰে বিস্তৃত হৈ থকা বিলৰ পানী, পূর্ণতাৰ ওচৰ চপা জোনৰ উজ্জ্বল পোহৰ পৰি জিলমিলাই আছিল। শোভা দেখি ৰূপহী উল্লসিত হ'ল। ৰূপহীৰ উল্লাস দেখি নন্দকুমাৰ তৃপ্ত হ'ল। মুগ্ধ দুটা মনে প্ৰিয় সন্নিধানৰ সুখ মধুৰ অনুভূতিত, নিৰ্বাক নিস্পন্দ হৈ গাতে গা লগাই বহি, প্ৰকৃতিৰ শোভা চাই বিভোল হ'ল। সময়ৰ হিচাপ পাহৰি গ'ল।

ইফালে ৰাতি হৈ অহাতো, নন্দকুমাৰ আৰু ৰূপহী উভতি নহা দেখি ঘৰত সকলোৰে চিন্তা হ'ব ধৰিলে। কালীপ্ৰসাদে কাম কৰা ল'ৰা এটাক আগবাঢ়ি গৈ চাবলৈ ক'লে। ওচৰে পাজৰে কতো ৰূপহী-হঁতক নেদেখি কিছুসময় পাচত ল'ৰাটো ঘূৰি আহিল। ক্ৰমে ৰাতিও বেছি হৈ আহিছে। কালীপ্ৰসাদ আৰু ঘৈণীয়েকে লৈ-জোৰ লৈ

বাট চাই, অস্থিৰ মনে বাহিৰ ভিতৰ কৰিব ধৰিলে।

তেওঁলোকক সেইদৰে থকা চকুত পৰি ওচৰবে মানুহ এজনে কি হ'ল বুলি সোধাত, কালীপ্ৰসাদে ৰূপহীহঁত ফুৰিবলৈ গৈ তেতিয়াও ঘূৰি আহি পোৱা নাই বুলি ক'লে। মানুহজনেও চিন্তিতমনে বাটলৈ ওলাই গ'ল। তেওঁৰ মুখে কথাটো গম পাই, আৰু দুজনমানে হাতত লেম লাখুটি লৈ নন্দকুমাৰ আৰু ৰূপহীক বিচাৰিব গ'ল। তাৰে এজনে ক'লে যে গধূলি সময়ত তেওঁ নন্দকুমাৰ আৰু ৰূপহীক, বিলখনৰ পিনে যোৱা যেন দেখা পাইছিল। তেওঁৰ কথামতে সকলোৱে বিলৰ পিনে গ'ল। দূৰবে পৰা তেওঁলোকৰ চকুত পৰিল— নন্দকুমাৰ আৰু ৰূপহী সাৱোটা-সাৱোটিকৈ বিলৰ পাৰত পৰি আছে। নন্দকুমাৰৰ হাতৰ মুঠিত গছৰ শকত ডাল এটা। কাষতে মূৰ থেতেলা লাগি মৰি পৰি থকা এটা কেঁটি সাপ। ঘটনা বুজিবলৈ কবো বাকী নাথাকিল। ক্ষন্তেক বিমূঢ়ভাবে স্তব্ধ হৈ থাকি, সকলোৱে লৰালৰি কৰি পহী আৰু নন্দকুমাৰৰ অসাৰ দেহ দুটা, ডাংদোলা কৰি তুলি লৈ কালীপ্ৰসাদৰ চোতাল পালে। দৃশ্য দেখি কালীপ্ৰসাদ চৌধুৰী বজ্ৰাহতৰ দৰে থিয় হৈ ৰ'ল। বৈৰণীয়েক মূৰ্ছা গ'ল। চোতালত জুম বান্ধি থকা মানুহখিনিৰ মাজত হুৰাদুৰা লাগিল।

গাঁওৰ মানুহে বেজ, ওজা, ডাক্তৰ কবিৰাজ আনি, মনসা আইলৈ পূজা সেৱা আদি কৰি, মনত পৰে মানে আৰু পাৰে মানে চেষ্টা যত্ন কৰিব ধৰিলে। সকলো ব্যৰ্থ হ'ল।

নভবা নিচিন্তাৰূপে অকস্মাতে এনে ভীষণ মানসিক আঘাত পোৱাত, কালীপ্ৰসাদ আৰু বৈৰণীয়েকৰ দেহমন মৃতপ্ৰায় হৈ ভাগি পৰিল। তেওঁলোক ঘৰৰ পৰা প্ৰায় নোলোৱাই হ'ল।

এদিন পুৱা দোকামোকালিতে, সক বাকচ এটা, তেনে আকাৰৰে এটা 'হোল্ড-অল' লৈ, বৈৰণীয়েকৰে সৈতে কালীপ্ৰসাদ গৰুগাড়ী এখনত উঠিল। মানুহে সোধাত কৈছিল যে তীৰ্থ দৰ্শনৰ মনেৰে ওলাইছে। মনে যতে কয়, তাতে জীৱনৰ বাকী দিনকেইটা কটাবৰ মন। তাৰ পাচৰ পৰা কালীপ্ৰসাদ চৌধুৰীহঁতৰ খা-খবৰ বা ঠিকনাৰ সম্ভেদ কোনেও নাজানিলে।

লাহে লাহে কালীপ্ৰসাদ চৌধুৰীৰ কথা পাহৰণিৰ গৰ্ভত লীন গ'ল। কেৱল মাজে মাজে কোনো কাৰণত গাঁৱলৈ কোনো নতুন

মানুহ আছিলে, গাঁৱৰ মূৰত থকা, ভগি পৰি থকা দালান ঘৰটোৰ কথা সুধিলে, গাঁৱৰ বুঢ়াসকলে কালীপ্ৰসাদ চৌধুৰীৰ নামৰ মানুহ-জনৰ কথা কয়। এই বিলৰ কাষৰ নামো কালীপ্ৰসাদৰ একমাত্ৰ জী-জোঁৱাইৰ কথা লৈ হোৱা বুলিও কয়। আৰু কয় যে যদি কোনোবাই অকলশৰে জোনাকৰাতি বিলৰ পাৰলৈ যায়, তেতিয়া দেখা পায়, ছাঁয়াময়া যেন দুটা ডেকা গাভৰুৱে সাবোটা-সাবোটিকৈ বিলৰ পাৰত বহি, মুগ্ধভাৱে বিললৈ চাই আছে। প্ৰবাদ আছে এই দৃশ্য দেখা মানুহজনৰ মনত বেলেগ বিভ্ৰমৰ সৃষ্টি হয়। সেই ভয়তে মানুহ এইপিনে নাহে। জোনাক ৰাতিতো কেতিয়াও নাহে। এই বুলি তপনে অলপ হাঁহি ক'লে, "তোমাৰ মোৰ দৰে চিকাৰ পগলা দুই একেহে পুৱাৰ ভাগত চিকাৰ কৰিবলৈ আহে। সন্ধ্যা সময়ত কেতিয়াও কোনো নাহে।"

মই আপোন পাহৰি শুনি আছিলোঁ। কথা সাং কৰি তপনে মাত লগালে, "ব'লা এতিয়া ওভতোঁ। ব'দ চৰা হৈ আছিছে।" +++